# আদৰ্শ শিষ্য

# মহাদেৱ দেশাই



শ্ৰীসুৰেন্দ্ৰনাথ শৰ্ম্মা, এম্-এ, বি-টি




## —অৰ্পণ—

দেশৰ

মুক্তি-যজ্ঞৰ বেদীত

আত্মাহুতি দিয়া

মহানসকলৰ

পুণ্য-স্মৃতিৰ

উদ্দেশ্যে ॥

—লিখক—

# আগ-কথা

পোন্ধৰ আগষ্ট মহাত্মা গান্ধীৰ সৰ্ব্বশ্ৰেষ্ঠ আৰু প্ৰিয়তম শিষ্য মহাদেৱ দেশাইৰ মৃত্যু-বাৰ্ষিকীৰ দিন। সেই পোন্ধৰ আগষ্টই আকৌ দেশৰ স্বাধীনতা প্ৰাপ্তিৰ স্মৰণীয় দিবস। দেশাইৰ মৃত্যু-বাৰ্ষিকীৰ দিনাই ভাৰতবৰ্ষৰ স্বাধীনতা লাভ, মাজতে মাথোন পাঁচটি বছৰৰ ব্যৱধান। এই মিল অৰ্থযুক্ত। যিসকলৰ চৰম ত্যাগৰ ফলত দেশৰ স্বাধীনতাৰ সোণালী প্ৰভাত, সেই মহানসকলক স্বাধীনতা দিবসৰ আনন্দ-উৎসৱৰ মাজত সোঁৱৰাবলৈকেই ইহেন যোগ। উক্ত দিবসত সেই মহানসকলৰ স্মৃতিৰ উদ্দেশ্যে শ্ৰদ্ধাঞ্জলি অৰ্পণ দেশবাসীৰ অৱশ্য-কৰ্ত্তব্য।

দেশাইৰ স্মৃতি সুঁৱৰিয়েই যোৱা পোন্ধৰ আগষ্টৰ দিনদিয়েক পূৰ্ব্বে হৰিজন প্ৰভৃতি পত্ৰিকা, মহাদেৱ দেশাইৰ নিজৰ আৰু তেওঁৰ বিষয়ে লিখা গান্ধীজী আৰু অন্যান্যৰ বিবিধ প্ৰবন্ধ, গান্ধীজীৰ আত্ম-জীৱন চৰিত, জাতীয় কংগ্ৰেছৰ বুৰঞ্জী আদিৰপৰা সময়ে সময়ে সংগ্ৰহ কৰা টোকাৰ ভেটিত এই সৰু পুথিখন লিখি উলিওৱা হয়। ইয়াত সেই পুণ্যাত্মাৰ ব্যাপক আৰু ধাৰাবাহিক জীৱনী প্ৰয়াস কৰা হোৱা নাই; চমু পৰিচয়েৰে তেওঁৰ বিবিধ বৈশিষ্ট্যলৈকেহে মাথোন আঙুলিওৱা হৈছে। বৰ্ত্তমান সময়ত যেতিয়া 'গুৰু মিলে লাখ লাখ শিষ্য মিলে কৈ', দেশাইৰ আৰ্হিৰে দেশৰ কিশোৰ-কিশোৰী আৰু ডেকা-গাভৰুসকল অনুপ্ৰাণিত হোৱাৰ বিশেষ প্ৰয়োজন। দেশৰ কষ্টাৰ্জ্জিত স্বাধীনতা সংৰক্ষণৰ বাবে নিজক প্ৰস্তুত কৰিবলৈকেও

দেশাইৰ পদাঙ্ক অনুসৰণ তেওঁলোকৰ কৰ্ত্তব্য। কিঞ্চিৎ উদ্দীপনাও যদি পুথিখনিৰপৰা তেওঁলোকে লাভ কৰে আমাৰ শ্ৰম সাৰ্থক হব।

যোৱা পোষ্কৰ আগষ্টৰ লগে লগে পুথিখন প্ৰকাশকৈ উলিওৱা আমাৰ উদ্দেশ্য আছিল। ব্যক্তিগত নানা অসুবিধাৰ বাবে পিছে সি হৈ নুঠিল। গুৱাহাটীৰ লয়াৰ্চ বুক ষ্টলৰ স্বত্বাধিকাৰী আমাৰ স্কুলীয়া জীৱনৰ শিক্ষা-গুৰু শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা দেৱে পুথিখন প্ৰকাশৰ ভাৰ লৈ আমাৰ সকলো অসুবিধা দূৰ কৰিলে আৰু পলমকৈ হলেও সি ৰাইজৰ আগত ওলাবলৈ পাৰগ হ'লে। শ্ৰীদত্তবৰুৱা দেৱৰ উদাৰতাৰ আমি শলাগ লৈছোঁ।

ধুবুৰী — শ্ৰীসুৰেন্দ্ৰনাথ শৰ্ম্মা

২০. ৪ ৭৪

# সূচী



বাপুজী আৰু মহাদেৱ দেশাই

# চমু পৰিচয় আৰু কৰ্ম্ম-জীৱনৰ আভাষ।

আদৰ্শ শিষ্য আছিল মহাদেৱ হৰিভাই দেশাই। শক্তি, সামৰ্থ্য আৰু প্ৰতিভাৰ গৰাকী হৈয়ো স্বকীয়া প্ৰতিষ্ঠা লাভৰ মোহ তেনেই তিয়াগি মূৰ-মগজু আৰু মন-প্ৰাণৰ সকলো বিশিষ্ট উপাদানকে স্বেচ্ছাই আৰু হৃষ্ট চিত্তে তেওঁ নিবেদন কৰিলে মহাত্মা গান্ধীৰ চৰণ প্ৰান্তত। ভাৰতীয় মানৱতাৰ চৰম বিকাশৰ প্ৰতিমূৰ্ত্তি বিশ্বমানৱ মহাত্মা গান্ধীৰ মতবাদ আৰু কৰ্ম্মপদ্ধতিৰ মাজত তেওঁৰ গুণগ্ৰাহী হৃদয়ে বিচাৰি পালে বিশ্বৰ কল্যাণ আৰু ভাৰতী দেবীৰ মুক্তিৰ প্ৰকৃত আৰু অব্যৰ্থ সন্ধান। বিনয়ী মহাদেৱে নিজৰ পাণ্ডিত্য, মেধা, বিচক্ষণতা সকলোকে শূণ্যলৈ সঙ্কুচিত কৰি আকুল হৃদয়েৰে লৰি গ'ল মহামানৱৰ সমীপলৈ; গুৰু-শিষ্যৰ মিলন ঘটিল। শিষ্যৰ স্বকীয়া সত্তা আৰু নৰ'ল, সি বিলীন হৈ বৰ্ত্তিলগৈ গুৰুৰ মাজত। গুৰুৰ ব্ৰত পালনত যোগান ধৰাতেই নিজকে ঢালি দিলে শিষ্যই। গুৰু-শিষ্যৰ এনে মিলন আজিৰ জগতত অতি বিৰল।

কোমল বয়সতে দেশাইৰ মাতৃ বিয়োগ হয়। পঢ়া-শুনাৰ ক্ষেত্ৰতো তেওঁ সহিব লগাত পৰে নিঠুৰ দাৰিদ্ৰ্যৰ কঠোৰ উৎপীড়ন। তেওঁৰ পিতাকৰ আৰ্থিক অৱস্থা সমূলি স্বচ্ছল নাছিল; তেনেই অপৰিহাৰ্য্য খৰচ-পাতিবোৰো তেওঁক যোগাবলৈ পিতাক অক্ষম আছিল। এনে অৱস্থাৰ মাজতো পুতেক বিশিষ্ট বিদ্যাৱন্ত হৈ উঠক— এয়েই আছিল পিতাকৰ আন্তৰিক কামনা। মহাদেৱে পিতাকৰ সকলো কথাৰে বুজ পায়। অৱস্থাৰ দাসত্ব স্বীকাৰ নকৰি দাৰিদ্ৰ্যৰ

বিৰুদ্ধে লৰিবলৈ তেওঁ আশ্ৰয় কৰিলে একাগ্ৰতা। তাৰ ফলতে বিদ্যা লাভ হোৱাৰ লগে লগে বিবিধ বিষয়ক অভিজ্ঞতাও তেওঁৰ লাভ হ'ল। বিশ্ববিদ্যালয়ৰ পৰা দেশায়ে বি.-এ. ; এল্.-এল্.-বি উপাধি. লাভ কৰিছিল।

ছাত্ৰ অৱস্থাৰেপৰা মহাদেৱৰ জ্ঞান-পিপাসা আছিল উগ্ৰ বিধৰ। কিবা এটি বিষয় পালেই তাক পুঙ্খানুপুঙ্খৰূপে ফঁহিয়াই চোৱা আছিল তেওঁৰ স্বভাৱ। কেৱল পাঠ্য-পুথিৰ মাজত নিমজ্জিত হৈয়েই তেওঁ সন্তুষ্ট নাছিল। জ্ঞান-বিজ্ঞানৰ অক্ষয় ভাণ্ডাৰৰপৰা পাৰেমানে লুটিবলৈ তেওঁ সুযোগ নেৰিছিল। আমৰণ এই তৃষ্ণাৰ পৰিচয় তেওঁ দি গৈছে। শিক্ষা সাং হোৱাৰ পিছতহে আচল শিক্ষাৰ আৰম্ভ—এই কথাষাৰৰ বাস্তৱ প্ৰয়োগ দেখিবলৈ পোৱা যায় মহাদেৱ দেশাইৰ জীৱনত।

বিশ্ববিদ্যালয়ৰপৰা ওলাই পোনতে দেশায়ে অ'ৰিয়েণ্টেল্ ট্ৰেন্স্-লেটৰ্চ অফিচত কেৰাণীৰ কাম লয়গৈ। কেৰাণী হ'লেও অফিচৰ বৰমূৰীয়া আৰু কৰ্ত্তাসকলে দেশাইৰ যথাৰ্থ পৰিচয় পাইছিল আৰু আৱশ্যক হ'লেই তেওঁৰ মতামতৰ সুযোগ লৈছিল। সহকৰ্ম্মী কেৰাণী-সকলৰো তেওঁ আছিল বিপদৰ বন্ধু। এই অফিচত কিছুকাল কটোৱাৰ পিছত তেওঁ আইন ব্যৱসায়লৈ মন মেলে। আইনজীৱী হিচাবে কিছুদিন কাম কৰাৰ মূৰত তেওঁ সমবায় বেঙ্কিঙৰ কাম কৰিবলৈ লয় আৰু সমবায় আন্দোলন সম্পৰ্কীয় অভিজ্ঞতা অৰ্জ্জন কৰে। প্ৰাদেশিক সমবায় বেঙ্কত কাম কৰাৰ লগতে মিচেচ্ এনি বেছান্তে প্ৰতিষ্ঠা কৰা হোম-ৰুল্ লীগৰ বোম্বে কাৰ্য্যালয়তো তেওঁ কাম কৰিছিল।

মহাদেৱ দেশাইৰ অৰ্থৰ প্ৰয়োজন আছিল হয় ; কিন্তু উক্ত কাম-বোৰৰ এটাৰ পিছত অন্যটোত লগাৰ পিঠিত তেওঁৰ প্ৰধান অভিপ্ৰায়

আছিল বিবিধ বিষয়ক অভিজ্ঞতা আহৰণ কৰাহে। নিষ্ক্ৰিয় জ্ঞানক সক্ৰিয় ৰূপ দিবলৈকে হাতিয়াৰ গোটোৱাই আছিল তেওঁৰ উদ্দেশ্য। কেৱল ধন ঘটিবলৈকে বিশেষ বেগ পোৱাৰ তেওঁৰ দৰে চোকা আৰু পটু লোক এজনৰ একো কাৰণ নাছিল। আচলতে ধন সঞ্চয় লাহে লাহে তেওঁৰ হবলৈও ধৰিছিল। তেওঁৰ পিতাকেও বিচাৰিছিল যে তেওঁ চহকী হৈ সমাজত গণ্য-মান্য হওক। কিন্তু ধন আহৰণেৰে বৰ হবলৈকে যে তেওঁৰ জন্ম হোৱা নাছিল! ধন উপাৰ্জ্জনৰ ব্যাধিয়ে তেওঁক পীড়িব কেনেকৈ? বাঞ্ছানুৰূপ কৰ্ম্মানুসৰণৰ সন্ধেদ নোপোৱালৈকেহে তেওঁ ইটো সিটোত লাগি আছিল। প্ৰকৃত কৰ্ম্মৰ সন্ধান মিলাৰ লগে লগে তেওঁৰ জীৱনৰ গতি স্থিৰ হৈ গ'ল; ব্যক্তিগত কোনো বিবেচনাকে আমোল নিদি নিবিষ্ট চিত্তে তেওঁ তাত ততালিকে লাগি পৰিল কোনো দিনে আৰু তাৰপৰা বিচ্ছিন্ন নহবলৈ।

হোম-ৰুল্ লীগৰ নেতা যমনাদাস দোৱাৰকাদাস ধৰমশে, শঙ্কৰলাল বেঙ্কাৰ প্ৰভৃতিয়ে মহাদেৱ দেশাইৰ দৰে সুদক্ষ আৰু বিচক্ষণ কৰ্ম্মী যে পাবলৈ টান বাৰুকৈয়ে বুজিছিল। তেওঁলোকে বিচাৰিছিল দেশাইক লীগৰ সংগঠক হিচাবে পাবলৈ। সমবায় বেঙ্কৰ কাম এৰি তেওঁ লীগত পূৰাপূৰিকৈ যোগ দিয়ক এয়েই আছিল তেওঁলোকৰ চেষ্টা। ইতিমধ্যে দেশাই গান্ধীজীৰ সংস্পৰ্শ লৈ আহে। ইয়াৰ পিছত আৰু হোম-ৰুল্ লীগলৈ তেওঁৰ দৰে তীক্ষ্ণ আৰু দূৰদৰ্শী লোকৰ আকৰ্ষণ বোৱা টান। হ'লেও গান্ধীজীৰ সমীপত ঠাই নোপোৱালৈকে প্ৰাদেশিক সমবায় বেঙ্কত থাকিয়েই তেওঁ প্ৰতিদিনে দুঘণ্টাকৈ অবৈতনিক কৰ্ম্মী হিচাবে লীগৰ কাম কৰি যায়।

দ্বিতীয়বাৰ দক্ষিণ আফ্ৰিকাৰপৰা প্ৰত্যাৱৰ্ত্তন কৰাৰ কিছুদিন পিছত মোহনদাস কৰমচাঁদ গান্ধীয়ে তেতিয়া আহ্মদাবাদৰ ওচৰত সত্যাগ্ৰহ আশ্ৰম স্থাপনৰ ব্যৱস্থা কৰিছে। দক্ষিণ আফ্ৰিকাত অভিজ্ঞতাৰ সাগৰ মথি পোৱা সত্য আৰু অহিংস নীতিৰে পৰাধীন ভাৰতক পৰিচিত কৰোৱাই আছিল এই আশ্ৰম স্থাপনৰ উদ্দেশ্য। গান্ধীজী কামৰ মানুহ। কামত অনুবাদ নকৰাকৈ কোনো কথাকে তেওঁ নকয় বা নিলিখে। আদৰ্শৰ পাছতহে তেওঁৰ উপদেশ। অদূৰ ভবিষ্যততে ভাৰতৰ ৰাজনৈতিক, অৰ্থ-নৈতিক আৰু সামাজিক মুক্তি-সংগ্ৰামত বিশেষ অংশ লবলৈ বুলি স্থাপন কৰিব খোজা এই আশ্ৰমখানিকো সেই একে সাঁচতে গঢ়ি তোলাই আছিল তেওঁৰ অভিপ্ৰায়। সত্যাগ্ৰহ আশ্ৰমৰ নিয়মাৱলী প্ৰণয়নে গান্ধীজীৰ যথেষ্ট মনোযোগ দাবী কৰে। নিয়মাবলী প্ৰণয়নত ব্যস্ত থকা এই সময়ৰেপৰা মহাদেৱ দেশাই গান্ধীজীৰ ওচৰলৈ অহা-যোৱা কৰিছিল। প্ৰায় প্ৰত্যেক সন্ধিয়া হয় অন্তৰঙ্গ বন্ধু নৰহৰি পাৰিখেৰেসৈতে নহয় অকলে তেওঁ গান্ধীজীৰ ওচৰত বহেহি। আশ্ৰমবাসীসকলে পালন কৰিবলৈ কেনে বিধৰ নিয়ম হোৱা উচিত এই সম্পৰ্কে আৰু লগতে অন্যান্য আনুসঙ্গিক বিষয় লৈ তেওঁলোকৰ মাজত নানা আলোচনা আৰু এনেকি কথা কটা-কটিও হয়। গান্ধীজীৰ সাধাৰণ জীৱন নিৰ্ব্বাহৰ প্ৰণালী, সৰল অথচ দৃঢ় কথা, অসম্ভব মনোবল, ধৰ্ম্মনীতিৰ বিশ্লেষণ আৰু ৰাজনৈতিক ক্ষেত্ৰত তাৰ প্ৰয়োগৰ সঙ্কল্প, অত্যুগ্ৰ অথচ উদাৰ মুক্তি কামনা, ঐকান্তিকতা আৰু কৰ্ম্মশক্তিত দেশাই মুগ্ধ হৈ পৰে আৰু মনে-প্ৰাণে তেওঁৰ চিৰ-সান্নিধ্য কামনা কৰে।

গান্ধীজী তেতিয়াও ভাৰতবৰ্ষৰ অবিসম্বাদী কিয় আগশাৰীৰ নেতাও নহয়। অলপীয়া বিশিষ্টসকলৰ দৃষ্টি দক্ষিণ আফ্ৰিকাৰ অভিজ্ঞতাৰে পৰিপুষ্ট তেওঁৰ কাৰ্য্য-কলাপলৈ আকৃষ্ট হ'লেও দেশৰ জাতীয় জীৱনত পৰিচিত হবলৈ তেওঁৰ তেতিয়াও বাকী। অচিৰতে যে এইজন লোকেই এক নতুন পথ অনুসৰণেৰে দেশৰ জনগণৰ অন্তৰত জাতীয় চেতনা জগাই তুলিবলৈ,—অকল সেয়ে নহয়, সমগ্ৰ বিশ্বতে সত্য আৰু শান্তিৰ মহিমা প্ৰচাৰ কৰিবলৈ পাৰগ হব কোনেনো জানিছিল! কিন্তু উপযুক্ত শিষ্যৰ গুৰু চিনি পোৱাত পলম নহয়। গান্ধীজীৰ সংস্পৰ্শলৈ আহিয়েই দেশায়ে জানিলে যে যথাৰ্থ গুৰুৰ সন্ধান তেওঁ পাইছে। আপোন মনতে তেওঁ গান্ধীজীক মহাত্মা ৰূপে বৰণ কৰিলে, যদিও জাতিয়ে তেতিয়া পৰিমিত মহাত্মা উপাধিৰে তেওঁক বিভূষিত কৰা নাই। গুৰু-শিষ্যৰ এনে মিলন গভীৰ অনুভূতিৰ, বাহ্যিক চমকনিৰ নহয়।

গান্ধীজীৰ লগত কেৱল বাচিক আলোচনা কৰিয়েই দেশাই ক্ষান্ত নাছিল, গান্ধীজীৰ ইবিধ সিবিধ কামো তেওঁ প্ৰত্যহ কৰি দিছিল। দেশাইক তেওঁৰ কথা আৰু কামৰ মাজেদি গান্ধীজীয়ে অধ্যয়ন আৰু অবিষ্কাৰ কৰে। মানুহ চিনি লোৱাৰ আৰু মানুহৰ সামৰ্থ্য নিৰূপণ কৰাৰ বিশেষ ক্ষমতা আছিল গান্ধীজীৰ। তেওঁ দেশাইৰ কৰ্ম্ম-কুশলতা আৰু মেধাৰ লগতে আনুগত্যৰো পৰিচয় পায়। তেওঁৰ আগ্ৰহ জন্মে দেশাইক নিচেই ওচৰতে পাবলৈ—অতি আপোন কৰি লবলৈ। প্ৰথমতে তেওঁ প্ৰতিদিনে অন্ততঃ এবাৰকৈ তেওঁৰ ওচৰলৈ আহিবলৈ দেশাইক কয়। গান্ধীজীৰ এই নিৰ্দ্দেশ দেশায়ে পৰম অনুগ্ৰহ বুলিয়েই বিবেচনা কৰি

ছিল। অবশেষত গান্ধীজীয়ে এদিন নিজৰ অন্তৰ মুকলিকৈ দিলে দেশাইৰ আগত। তেওঁ ক'লে—"শুনা মহাদেৱ, যি দেখিছোঁ শেষপৰ্য্যন্ত মোৰ কাষলৈকেই আহিব লাগিব তুমি। যোৱা দুবছৰ ধৰি যিৰূপ ডেকা-কৰ্ম্মী এগৰাকীৰ অনুসন্ধান কৰিছিলোঁ তাক পোৱা যেন পাইছোঁ। মই বিচাৰিছিলোঁ এনে এজন নিৰ্ভৰ-যোগ্য কৰ্ম্মী যাৰ ওপৰত নিজকে এৰি দিব পাৰোঁ নিৰ্ভয়ে; যাৰ ওপৰত মোৰ সকলো কামকে সপি দিব পাৰোঁ নিশ্চিন্তে। তেনে কৰ্ম্মীৰ সন্ধান মোৰ মিলিছে। ক'ত জানানে?—তোমাৰেই ভিতৰত।"

গান্ধীজীৰ কথা শুনি দেশাইৰ আনন্দ আৰু বিস্ময়ৰ সীমা নোহোৱা হ'ল। তেওঁ ভাবিবকে পৰা নাছিল যে ইমান সোনকালে গান্ধীজীৰো এনুৱা বিশ্বাস আৰু প্ৰশংসাৰ পাত্ৰ হবগৈ পাৰিব। আগৰে পৰা গান্ধীজীৰ ওচৰলৈ তেওঁ উৰো-উৰোকৈ আছিল। গান্ধীজীৰ কথাত তেওঁৰ লগত ততালিকে যোগ দিবলৈ দেশাই সন্মত হ'ল। গান্ধীজীয়ে কিন্তু আকৌ দিনদিয়েক অপেক্ষা কৰিবলৈকে তেওঁক পৰামৰ্শ দিলে।

দেশায়ে তেওঁৰ গুণাগুণ সম্পৰ্কে গান্ধীজীয়ে কোৱা সকলো কথাকে নৰহৰি পাৰিখৰ আগত চিঠিৰে ভাঙিছিল। লগতে পাৰিখক তেওঁ ইয়াকো জনায় যে অতীতত জীৱন ধাৰণৰ সাৰ্থকতা সম্পৰ্কে কেতিয়াবা একো একো বাৰ তেওঁ সন্দীহান হৈ পৰিলেও গান্ধীজীৰ মনোভাব জনাৰ পাছত তেওঁৰ আৰু তেনে সন্দেহ থোৱা নাই। গান্ধীজীৰপৰা পোৱা এই প্ৰশংসা আৰু স্নেহ তেওঁ জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ সম্পদ বুলি বিবেচনা কৰিছিল। তেতিয়াৰেপৰা

ভগবানৰ ওচৰত তেওঁ মিনতি জনায় যেন গান্ধীজীৰ ওচৰত তেওঁ ঠাই লব পাৰে, যেন গান্ধীজীৰ উপযুক্ত হ'ব পাৰে। যোগ্যতাৰ বহল পৰিসৰ আকৌ বঢ়াই গান্ধীজীৰ লগত যোগ দিবলৈ তেওঁ নিজকে প্ৰস্তুত কৈ তুলিবলৈ ধৰিলে।

মহাদেৱ দেশাইৰ যোগ্যতা, আবেগ আৰু আন্তৰিকতাৰ ভু পায়ো সহজতে তেওঁক লবলৈ গান্ধীজী মান্তি হোৱা নাই। বৃদ্ধ পিতৃ আৰু তৰুণী ভাৰ্য্যাৰ প্ৰতি কৰ্ত্তব্য সম্পৰ্কে বাৰে বাৰে তেওঁ দেশাইক সোঁৱৰাই দিয়ে। উপাৰ্জ্জনক্ষম পুতেকে দাৰিদ্ৰ্য আৰু ত্যাগৰ জীৱন যাপন কৰিবলৈ ল'লে সি যে পিতাকৰ মনোকষ্টৰ কাৰণ হব গান্ধীজীয়ে বুজিছিল। মহাদেৱেও সেই কথা বুজি পায়। হলেও তেওঁৰ বিশ্বাস আছিল যে এই অভ্ৰান্ত পথ লোৱা বাবে এদিন তেওঁ পিতাকৰ আন্তৰিক আশীৰ্ব্বাদ পাবলৈ সমৰ্থ হব। যিমানেই চিন্তা কৰি চায় তিমানেই মনতে বাঁচি লোৱা পথ তেওঁৰ বেছি স্পষ্ট হৈহে পৰে। পলম হোৱাৰ লগে লগে তেওঁৰ ব্যাকুলতা বাঢ়ি যাবলৈ ধৰিলে। অৱশেষত এদিন গান্ধীজীৰপৰা এটি পোষ্টকাৰ্ড তেওঁৰ হাতত পৰেহি। তাত আছিল দীৰ্ঘ-প্ৰত্যাশিত এষাৰ কথা—মোৰ কাষত তোমাক পালে সুখী হ'ম। আৰু পায় কোনে! আনন্দত দেশাইৰ হিয়া নাচি উঠিল। বেলেগ সংসাৰ তেওঁ কোচাই পেলালে। অতি আৱশ্যকীয় বয়-বস্তুবোৰ মাথোন লগত লৈ ততালিকে তেওঁ সত্যাগ্ৰহ আশ্ৰম ওলালহি। যি এধান তহবিল আছিল তাকো তেওঁ জমা দিলে আশ্ৰমৰে ধন-ভাণ্ডাৰত।

সত্যাগ্ৰহ আশ্ৰমলৈ অহা সময়ত মহাদেৱ দেশাইৰ বয়স একুৰি পাঁচ বছৰ মাথোন। দেখনিয়াৰ আৰু স্বাস্থ্যবান দেশাইৰ শৰীৰৰ

লাৱণ্য আৰু আননৰ কান্তি বয়স অনুপাতে সেই কালত যে কেনেৰূপ আছিল অনুমান কৰিলেই বুজিব পাৰি। তেওঁৰ নিপোটল বাহ্যিক চেহেৰাত অন্তর্নিহিত সৌন্দর্য্যৰ স্বাভাৱিক প্ৰকাশ দেখিবলৈ পায়েই গান্ধীজীয়ে কৈছিল—মহাদেৱ এপাহ গোলাপ। বিবিধ গুণৰ আধাৰ দেশাইৰ শাৰীৰিক সৌন্দৰ্য্য, চিৰ-প্ৰফুল্ল মুখ, মৌ-বৰষা কথা, অন্তৰ জয় কৰিব পৰা আচৰণ আৰু উলাহ-উদ্দীপনাত মুগ্ধ হৈ ভাৰত-কোকিলা সৰোজিনী নাইডুৱে তেওঁক আখ্যা দিয়ে 'গুল-ই-গুজৰাট'—গুজৰাটৰ গোলাপ।

পোনতে দেশাইৰ কাম হৈছিল চিঠি-পত্ৰ আৰু প্ৰৱন্ধ-পাতি নকল কৰা। গান্ধীজীৰ যি কোন কামকে কৰিবলৈ তেওঁ প্ৰস্তুত আছিল। এই কামো তেওঁ আগ্ৰহ আৰু মনোযোগেৰে সম্পাদন কৰে। তেওঁৰ পাণ্ডিত্য আৰু সাহিত্য-প্ৰতিভা যে উচ্চ বিধৰ আছিলেই, হাতৰ আখৰ কেইটা আছিল সাইলাস মকুতাৰদৰে আৰু লিখাৰ বেগো আছিল অসম্ভৱ খৰ। কাজেই নকল-নবীছৰ কাম দোষৰহিত ভাবেই তেওঁ চলায়। অকল সেয়ে নহয়, মাজে সময়ে কেতিয়াবা দুই এঠাইত সাল-সলনিৰ বিষয়েও গান্ধীজীৰ কাণ-চুৱায় আৰু দুজনৰে পক্ষে আনন্দৰ কথা—অনেক সময়ত গান্ধীজীয়েও দেশাইৰ দিহা গ্ৰহণ কৰিবলগীয়া হয়।

এবাৰ গান্ধীজীয়ে এটি প্ৰৱন্ধ লিখে। দিনদিয়েক উকলি যোৱাৰ পিছতো প্ৰৱন্ধটি প্ৰকাশ নোহোৱা দেখি তেওঁ অলপ আচৰিতেই হয়। প্ৰৱন্ধটি নো কেনেকৈ সৰকি বল গান্ধীজীয়ে জানিব খোজে। তেতিয়া দেশায়ে জনায় যে তেৱেই তাক ৰাখি থৈছে। কিয় তেনে কৰা হ'ল বুলি সোধাত তেওঁ ক'লে যে পিছত এপাক প্ৰৱন্ধটিত চকু ফুৰাই দিলে

ভাল হয় বুলিয়েহে তেওঁ তেনে কৰিছে। প্ৰৱন্ধটিত অৱতাৰণা কৰা কোনো এটি যুক্তি সম্পৰ্কে দেশায়ে গান্ধীজীৰ লগত আলোচনা জুৰিলে। গান্ধীজীৰ মুখ পোহৰ হৈ উঠিল ; দেশাইৰ ভিতৰত উপযুক্ত প্ৰাইভেট চেক্রেটৰী তেওঁ বিচাৰি পালে।

১৯১৭ চনৰ শেষৰ ফালে মহাদেৱ দেশাই সত্যাগ্ৰহ আশ্ৰমলৈ আহে। সেই বছৰতে বিহাৰ প্ৰদেশৰ চম্পাৰণ জিলাৰ কিষাণসকলৰ দুৰ্দ্দশাৰ প্ৰতি গান্ধীজীৰ দৃষ্টি আকৃষ্ট হয়। গান্ধীজীয়ে নিজে চম্পাৰণ জিলাৰ বিভিন্ন ঠাই পৰিদৰ্শন কৰে আৰু ৰায়তসকলৰ প্ৰকৃত অৱস্থাৰ লগত পৰিচিত হয়। চম্পাৰণ জিলাত নীলৰ খেতি হৈছিল। তিন-কঠীয়া প্ৰথা অনুযায়ী প্ৰত্যেক কিষাণে জমিৰ কুৰি-ভাগৰ তিনি ভাগত বা প্ৰতি একৰত তিনি কঠাকৈ জমিত জমিদাৰৰ বাবে বাধ্যতামূলক ভাবে নীলৰ খেতি কৰিব লাগিছিল। নীলকৰসকলৰ অত্যাচাৰত কিষাণ শ্ৰেণী তেনেই জুৰুলা হৈ পৰে। কৰ্তৃপক্ষই কিষাণসকলৰ সকলো আবেদন নিবেদনকে অগ্ৰাহ্য কৰিলত গান্ধীজীৰ নেতৃত্বত সত্যাগ্ৰহ আৰম্ভ হয়। তাৰে ফলস্বৰূপে ১৯১৮ চনৰ মাৰ্চ্চ মাহৰ লগে লগে ৰায়তসকলে আৱশ্যকীয় আইন-সংস্কাৰ লাভ কৰে। দেশায়ে এই আন্দোলনৰ গতি-বিধি বিশেষ মনোযোগেৰে অনুধাবন কৰিছিল। তেওঁৰ ইচ্ছা হয় গান্ধীজীৰ লগত থাকি আন্দোলনত যোগ দিবলৈ। বিহাৰত গান্ধীজীৰ বদ্ধমূল ধাৰণা হয় যে বিনাশিক্ষাই গাওঁত স্থায়ী কাম অসম্ভৱ। এই ধাৰণাকে লৈ তেওঁ তাৰ ছখন গাওঁত প্ৰাথমিক শিক্ষাৰ ব্যৱস্থা হাতত লয়। এই কামত গান্ধীজীৰ আহ্বান অনুযায়ী মহাদেৱ দেশাই আৰু তেওঁৰ পত্নী দুৰ্গা দেশাই ১৯১৮ চনৰ জানুৱাৰী মাহত যোগ দিয়েহি। গাওঁৰ ল'ৰা-ছোৱালী-

বোৰক লিখা-পঢ়া শিকোৱাৰ উপৰিও তেওঁলোকে অন্যান্য সহকৰ্ম্মীৰে সৈতে বয়সিয়ালসকলক পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ বুজনি দিছিল আৰু নিজহাতে আলি-পদূলি, ঘৰ-চোতাল, নাদ-পুখুৰী চিকোনাই গাওঁৰ সমুখত দৃষ্টান্ত দাঙি ধৰিছিল।

ইয়াৰ পিছত ১৯১৮ চনত মহাদেৱ দেশাইক দেখিবলৈ পোৱা যায় গুজৰাটৰ খেড়াত গান্ধীজীৰ অনুচৰ হিচাবে। সেইবাৰ খেতি-বাতি নোহোৱাত খেড়া জিলাত আকাল দেখা দিয়ে আৰু তাৰ সৰ্ব্বসাধাৰণ প্ৰজাৰ অভাব-অভিযোগ আৰু দুখ-কষ্টৰ সীমা নোহোৱা হয়। খাজনা ৰেহাই পাবলৈ প্ৰজাসকলে কত যে কাকুতি-মিনতি কৰিলে, তথাপি কৰ্ত্তৃপক্ষৰ করুণাৰ উদ্ৰেক নহ'ল। একোতেই চৰকাৰৰ মনোভাব নলৰাত গান্ধীজীৰ পৰামৰ্শ অনুযায়ী তেওঁৰে নেতৃত্বত খেডাৰ প্ৰজাসকলে সত্যাগ্ৰহ চলায় আৰু অন্তত দাবী অনুৰূপ ফল পায়। এই আন্দোলনত বল্লভভাই পেটেল আদিৰে সৈতে মহাদেৱ দেশাই গান্ধীজীৰ সহায়, সহকৰ্ম্মী আৰু উপদেষ্টা আছিল।

গান্ধীজীৰ লগত কটোৱা এই কালছোৱাতে মহামানৱৰ অকৃত্ৰিম বাহিৰ ফাল আৰু তাৰে আবৰণৰ আৰত লুকাই থকা মহান আৰু দৃঢ় অন্তৰেৰে দেশাইৰ যথাৰ্থ সাক্ষাত হয় আৰু অতি আগ্ৰহেৰে মহামানৱৰ জীৱন নিৰ্ব্বাহৰ প্ৰণালী সকলো নীতি-নিয়মেৰে তেওঁ অনুশীলন কৰে। গান্ধীজীৰ চিন্তা-ধাৰাৰ অল্প-বিস্তৰ পৰিচয় আগৰেপৰা তেওঁ পাই আছিল, এতিয়া তাৰ আনুষ্ঠানিক প্ৰয়োগো প্ৰত্যক্ষ দেখিবলৈ পালে। গান্ধীজীক কায়মনোবাক্যে অনুসৰণ কৰিবলৈ ইতিপূৰ্ব্বৰেপৰা তেওঁৰ যি হাবিয়াস আছিল তাক কাৰ্য্যত প্ৰতিফলিত কৰাৰ এই সুযোগ তেওঁ এৰা নাই। সাধাৰণ জীৱন-যাপনৰ লগত উচ্চ চিন্তা কৰণ,

আড়ম্বৰহীনতাৰ লগত স্বাস্থ্য-বিধি পৰিপালন, হাই-উকমিৰ মাজতো গভীৰ মনোনিবেশ—এই সকলোবোৰকে তেওঁ আয়ত্ত কৰি লয়। যান্ত্ৰিক সভ্যতাৰ কুফল আৰু হস্তসাধিত কৰ্ম্মৰ শ্ৰেষ্ঠত্ব সম্পৰ্কে প্ৰত্যয় আৰু মাতৃভাষাৰ প্ৰতি প্ৰগাঢ় শ্ৰদ্ধাও তেওঁৰ জন্মে। এই সকলোবোৰকে দেশায়ে গান্ধীজীৰপৰা শিকিলেও তাৰ কোনো কোনোটোত কালত গৈ গান্ধীজীকো চেৰ পেলাবলৈ তেওঁ পাৰগ হৈছিল।

চম্পাৰণ সত্যাগ্ৰহৰ দিনৰেপৰা গান্ধীজীৰ লগত মহাদেৱ দেশাই ছাঁটোৰ দৰে ঘূৰিছিল। সেই দিন ধৰি য'তে গান্ধীজী ত'তে মহাদেৱ দেশাই। কেৱল চেক্ৰেটৰীৰ কাম কৰিয়েই দেশাই সন্তুষ্ট হোৱা নাই, নিজহাতে গান্ধীজীৰ সকলো কামকে তেওঁ কৰিছে। দেশায়ে গান্ধীজীৰ আল-পৈচান ধৰিছে, আহাৰ সিজাইছে, কাপোৰ ধুইছে, শেতেলী পাৰিছে, বোকোচাৰে টোপোলা বৈছে, এনেকি কমোড্ পৰ্য্যন্ত চাফা কৰিছে। এদিন-দুদিন বা এঠাইত দুঠাইত নহয়, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ আৰু এঠাইৰ পিছত অন্য ঠাইত। মাথোন সিদিনাৰ কথা, অথচ ভাবিবলৈকেও যেন টান লাগে। কাৰ্য্যোপলক্ষে কোনো ঠাইলৈ যোৱাৰ কথা গান্ধীজীৰ মুখৰপৰা ওলাবহে মাথোন পায় ততালিকে দেশায়ে তাৰ আৱশ্যকীয় দিহা কৰি তোলেগৈ। গান্ধীজীৰ এটি সাধাৰণ ইঙ্গিতেই দেশাইৰ পক্ষে যথেষ্ট। এইবোৰ কৰি আটায়ো সদাসৰ্ব্বদায় তেওঁ গান্ধীজীৰ লগত। গান্ধীজীৰ সৈতে আলোচনাত দেশাই, লিখা-পঢ়াত দেশাই, সভা-সমিতিত দেশাই, প্ৰাৰ্থনাত দেশাই, ভ্ৰমণত দেশাই, ৰহস্য-কৌতুকত দেশাই। কোনোবাই গান্ধীজীৰ লগত দেখা সাক্ষাত হবলৈ আহিলে তাতো দেশাই, গান্ধীজীৰ দৌত্য-কৰ্ম্ম কৰিবলৈ হ'লে তাৰো ভাৰ দেশাইৰ ওপৰত।

যুদ্ধ ( প্ৰথম ) সম্মিলনৰ দিনত গান্ধীজীৰ অনুচৰ মহাদেৱ দেশাই। ৰাউলাট-আইন বিৰোধী আন্দোলনৰ কালতো গান্ধীজীৰ পাছত দেশাই। সকলো ক্ষেত্ৰতে তেওঁ গান্ধীজীৰ কামত যোগান ধৰিছে বিনাবাক্যব্যয়ে আৰু একাগ্ৰতা সহকাৰে। নীৰৱে আৰু নিবিষ্টচিত্তে তেওঁ গান্ধীজীৰ চিন্তাধাৰা আৰু কৰ্ম্মপন্থা অধ্যয়ন কৰিছে, হৃদয়ঙ্গম কৰিছে আৰু অনুশীলনেৰে নিজৰ কৰি লৈছে।

ভাৰতৰক্ষা আইন অনুসৰি চৰকাৰৰ তেওঁলোকে অবাঞ্ছিত বুলি বিবেচনা কৰা লোকসকলক অন্তৰীণ কৰি থোৱাৰ ক্ষমতা আছিল। ১৯১৯ চনৰ আগে আগে দেড় হাজাৰৰো ওপৰ লোক এই আইনৰ বলেৰে চৰকাৰে বন্দী কৰে। ৰাউলাট কমিটীয়ে এই আইন স্থায়ী কৰিবলৈ পৰামৰ্শ দিয়ে। কমিটিয়ে মত প্ৰকাশ কৰে যে আইন আৰু শৃঙ্খলা ৰক্ষাৰ বাবে যি কোনো লোকক সাধাৰণ সন্দেহমাত্ৰেই বন্দী বা নিৰ্বাসিত কৰিবলৈ আৰু যি কোনো অঞ্চলকে আইন-শৃঙ্খলা ভঙ্গকাৰী অঞ্চল বুলি ঘোষণা কৰিবলৈ ভাৰত চৰকাৰৰ ক্ষমতা থকা উচিত। গান্ধীজীয়ে দেখিলে যে এনে অৱস্থাত তলকা মাৰি ৰ'লে দেশৰ সন্মান ৰক্ষা নপৰে। এই বিষয়ে আলোচনা কৰিবলৈ তেওঁ অলগীয়া জনদিয়েকৰ এক বৈঠক পাতে। বৈঠকত সিদ্ধান্ত লোৱা হয় যে চৰকাৰে ৰাউলাট কমিটিৰ অনুমোদন কাৰ্য্যতঃ গ্ৰহণ কৰিবলৈ হ'লে সত্যাগ্ৰহেৰে তাৰ প্ৰতিৰোধ কৰা উচিত হব। গান্ধীজীক এইবোৰ কামত বিশেষ সহায় কৰে মহাদেৱ দেশায়ে।

জনমত উপেক্ষা কৰিও চৰকাৰে ৰাউলাট কমিটীৰ অনুমোদন কাৰ্য্যকৰীকৈ তুলিবলৈ ভাৰতীয় বিধান সভাত ৰাউলাট বিল উত্থাপিত কৰিলে। ইতিমধ্যে গান্ধীজীয়ে আমন্ত্ৰণ পায় মাদ্ৰাজৰ কস্তুৰী ৰঙ্গ

আয়েঙ্গাৰৰপৰা। আমন্ত্ৰণ পাই মহাদেৱ দেশাইৰে সৈতে তেওঁ মাদ্ৰাজলৈ যায়। সেই সময়তে চক্ৰৱৰ্ত্তী ৰাজাগোপালাচাৰি মাদ্ৰাজলৈ আহি আইন ব্যৱসায় আৰম্ভ কৰিছিল। গান্ধীজীক মাদ্ৰাজলৈ অনাৰ মূলত আছিল এই ৰাজাগোপালাচাৰিয়েই। কস্তুৰী ৰঙ্গ আয়েঙ্গাৰৰ এটি ঘৰত ৰাজাগোপালাচাৰি থাকিবলৈ লৈছিল। গান্ধীজীকো এই ঘৰতেই থাকিবলৈ দিয়া হয়। তেতিয়ালৈকে ৰাজাগোপালাচাৰিৰ লগত গান্ধীজীৰ পৰিচয় নাই। নীৰৱ প্ৰকৃতিৰ ৰাজাগোপালাচাৰিক দেশায়ে চিনি লয় আৰু দুজনৰে ভিতৰত সদ্ভাব গাঢ় হৈ উঠে। দেশায়ে গান্ধীজীৰ আগত ৰাজাগোপালাচাৰিৰ কথা তোলে আৰু তেওঁৰ গুণাৱলী সম্পৰ্কে বিবৰি কয়। তেতিয়াৰেপৰা গান্ধীজীয়ে ৰাজাগোপালাচাৰিৰে সৈতে আন্দোলন সম্পৰ্কে বিবিধ আলোচনা কৰিবলৈ ধৰে। গান্ধীজীয়ে ৰাজাগোপালাচাৰিৰ গভীৰ দেশ-প্ৰেম, কৰ্ম্মকুশলতা আৰু বিচক্ষণ বুদ্ধিৰ পৰিচয় পায় আৰু সহকৰ্ম্মী হিচাবে তেওঁক সাগ্ৰহে গ্ৰহণ কৰে। চক্ৰৱৰ্ত্তী ৰাজা-গোপালাচাৰিক তেওঁৰ ওচৰলৈ অনাৰ মূলত যে মহাদেৱ দেশাই সেই কথা গান্ধীজীয়ে গৌৰৱেৰে স্বীকাৰ কৰিছিল।

গান্ধীজী মাদ্ৰাজত থকাৰ ভিতৰতে ৰাউলাট বিল আইন হিচাবে প্ৰকাশিত হোৱাৰ বাতৰি আহে। ৰাজাগোপালাচাৰি প্ৰভৃতিৰে পৰামৰ্শৰ পিছত গান্ধীজীয়ে সমগ্ৰ দেশকে চৰকাৰৰ এই সিদ্ধান্তৰ প্ৰতিবাদকল্পে হৰতাল পালন কৰিবলৈ আহ্বান জনায়। হৰতালৰ দিন প্ৰথমে ৩০ মাৰ্চ্চ ( ১৯১৯ চন ) লৈ থিৰ কৰা হৈছিল, কিন্তু পিছত তাক হোঁহোকাই নিয়া হয় ৬ এপ্ৰিল তাৰিখলৈ। আগৰ নিৰ্দ্দেশ অনুযায়ী ৩০ মাৰ্চ্চ তাৰিখেই দিল্লীত হৰতাল পালন কৰা হয়।

হৰতাল উপলক্ষে দিল্লীত বাহিৰ হোৱা শোভাযাত্ৰা এটিৰ ওপৰত পুলিচে গুলি চলায়। লাহোৰ আৰু অমৃতসৰতো তদনুৰূপ ঘটনা ঘটে। উভয় ঠাইৰেপৰা গান্ধীজীক মাতি পঠিওৱা হয়। ৬ এপ্ৰিলৰ দিনা বোম্বেত উপস্থিত থাকিবলৈ আগৰেপৰা থিৰ কৰি ৰখা গুণে গান্ধীজীয়ে বাতৰি পঠিয়ায় যে সেই তাৰিখৰ পিছতেই প্ৰথমে দিল্লী আৰু তাৰ পিছত পঞ্জাবলৈ তেওঁ যাব। ৭ এপ্ৰিল তাৰিখে নিশা দিল্লী আৰু পঞ্জাবলৈ বুলি তেওঁ যাত্ৰা কৰে। তেওঁৰ লগত আছিল মহাদেৱ দেশাই।

বাটতে চৰকাৰৰ পক্ষৰপৰা গান্ধীজীক পঞ্জাৱ সোমাবলৈ নিষেধ কৰা হয়। চৰকাৰৰ সেই নিষেধ-আজ্ঞা মানিবলৈ গান্ধীজী মান্তি নোহোৱাত পুলিচে তেওঁৰ জিম্মা লয় আৰু তেওঁক ওভোটাই লৈ আহে। দেশাইৰ ইচ্ছা নহয় যে তেওঁ গান্ধীজীক এৰি যায়, কিন্তু আনহাতে গান্ধীজীৰ আদেশ পালন নকৰাকৈও তেওঁ ৰব নোৱাৰে। গান্ধীজীৰ নিৰ্দ্দেশ আছিল যেন তেওঁ দিল্লীলৈ গৈ স্বামী শ্ৰদ্ধানন্দজীক সকলো বাতৰি জনায়। দেশাই দিল্লীলৈ গ'ল আৰু সবিশেষ বৃত্তান্ত স্বামীজীক জনালেগৈ। গান্ধীজীয়ে এই ক্ষেত্ৰত বুজাবলৈ বিচাৰিছিল যে যেহেতু শান্তি স্থাপনৰ অভিপ্ৰায়েৰেহে তেওঁ পঞ্জাবলৈ যাব খোজে, শান্তি ভঙ্গ হয় বুলি চৰকাৰে পঞ্জাব সোমাবলৈ দিয়া বাধা তেওঁ একোতেই মানিব নোৱাৰে তেহেলৈ তাৰ ফল স্বৰূপে যি দণ্ডকেই তেওঁ ভোগ কৰিবলৈ নালাগ'ক। চৰকাৰৰপৰা যিৰূপ আচৰণেই তেওঁৰ নিমিলক তাত যেন দেশবাসী অস্থিৰ হৈ নুঠে আৰু দেশত যেন শান্তি-শৃঙ্খলা অটুট ৰয় তাকো তেওঁ নিবেদন কৰিব খুজিছিল। গান্ধীজীৰ প্ৰকৃত মনোভাব বুজিবলৈ দেশাইতকৈ আৰু যোগ্যতৰ

কোন হব পাৰে! গান্ধীজীৰ অন্তৰৰ কথা দেশায়ে দিল্লীত জনালেগৈ আৰু সেই কথা দেশময় ৰাষ্ট্ৰ হৈ পৰিল।

ৰাউলাট আইন বিৰোধী আন্দোলনৰ পিছৰ অংশ জালিয়ানওৱালা-বাগৰ হত্যাকাণ্ড আৰু অন্যান্য প্ৰতিক্ৰিয়াকে লৈ বিশেষ উত্তেজনাপূৰ্ণ। এনে উত্তেজনাৰ মাজত গান্ধীজীয়ে নানাঃপ্ৰকাৰে চেষ্টা কৰিব লগাত পৰে দেশৰ সম্মান ক্ষুন্ন হবলৈ নিদিও দেশবাসীক শান্ত অৱস্থাত ৰাখিবলৈ। গান্ধীজীৰ এই সকলোবোৰ কামতে নেৰানেপেৰা সঙ্গী আৰু সহায় আছিল মহাদেৱ দেশাই। সেইদৰে খিলাফট আন্দোলনৰ দিনতো দেশাই সদা-সৰ্ব্বদায় গান্ধীজীৰ লগে লগে। অসহযোগ আন্দোলনৰ নিষ্ক্ৰিয় প্ৰতিৰোধ আৰু আইন-অমান্যৰপৰা কৰেঙ্গে-ইয়া-মৰেঙ্গেলৈ কোনো অৱস্থাতে তেওঁ গান্ধীজীৰ কাষত নথকাকৈ থকা নাই। অৱস্থাৰ ৰূপ যিমানেই ভীষণ হৈছে তিমানেই তেওঁ বেছিকৈ গান্ধীজীৰ কাষ চাপি গৈছে,—চকু মুজি ভাগ্যত যি আছে হওক বুলি নহয়, কেউফালে সুতীক্ষ্ণ দৃষ্টি ৰাখি সমুন্নত শিৰে আগবাঢ়ি যোৱাত গান্ধীজীক সহায় কৰিবলৈ। সকলো ক্ষেত্ৰতে আগত গান্ধীজী আৰু পাছত মহাদেৱ দেশাই। সেই গুণেই মহাদেৱ দেশাইৰ বিষয়ে কিবা কবলৈ গ'লে প্ৰথমে আৰু অধিককৈ কব লগা হয় গান্ধীজীৰ কথা।

১৯২০ চনৰ চেপ্তেম্বৰ মাহত লালা লাজপত ৰায়ৰ সভাপতিত্বত কংগ্ৰেছৰ এক বিশেষ অধিবেশন বহে কলিকতাত। এই অধিবেশন উপলক্ষে মহাদেৱ দেশাই আৰু অন্যান্য অনেকেৰেসৈতে গান্ধীজী কলিকতালৈ যায়। ৰেলৰ একে খোটালিতে মৌলনা চৌকৎ আলিও আছিল। মৌলনা চাহেবে বিষয় বাচনি সভাত উত্থাপিত

কৰিবলৈ অসহযোগ সম্পৰ্কীয় প্ৰস্তাব এটি গান্ধীজীক লিখি উলিয়াবলৈ অনুৰোধ কৰে। গান্ধীজীয়ে লগে লগে ৰেলত বহিয়েই প্ৰস্তাবৰ খচৰা এটি প্ৰস্তুত কৰে আৰু তাকেই মৌলনা চাহেবৰ হাতত দিয়ে। প্ৰস্তাবৰ এই পাণ্ডুলিপিত অসহযোগৰ আগত অহিংস শব্দটো কিবা প্ৰকাৰে বৈ গৈছিল। ৰাতি হঠাতে এই কথা গান্ধীজীৰ মনত পৰে। ৰাতি পুৱালত মহাদেৱ দেশাইৰ আগত তেওঁ কথাটো ভাঙে আৰু সিদিনা সন্ধিয়াৰ বিষয় বাচনি সভালৈ প্ৰস্তাবটো ছাপা হৈ ওলোৱাৰ পূৰ্ব্বেই যেন শব্দটো যথাস্থানত বহুওৱাৰ দিহা হয় সেই বাঞ্ছাও প্ৰকাশ কৰে। এনেকুৱাই আছিল দেশাইৰ ওপৰত গান্ধীজীৰ বিশ্বাস। নকলেও হয়—দেশায়ে অৱস্থাৰ গুৰুত্ব উপলব্ধি কৰে আৰু ততালিকে ঢাপলি মেলে গান্ধীজীৰ বাঞ্ছা কাৰ্য্যত পৰিণত কৰিবলৈ। পাণ্ডুলিপি অনুসৰি প্ৰস্তাবটো ইতিমধ্যে ছাপাহৈ অহা বাবে পিছত শব্দটো হাতেৰে লিখি দিব লগা হোৱাটো সুকীয়া কথা।

১৯২২—২৪ৰ কাৰাৰুদ্ধ অৱস্থাত সঙ্গী ৰাজনৈতিক বন্দী এজনৰ আগত গান্ধীজীয়ে তেওঁৰ আত্ম-জীৱন-চৰিত বা মোৰ সত্য-অন্বেষণৰ কাহিনী আৰম্ভ কৰে। এই প্ৰৱন্ধবোৰ তেওঁ লিখিছিল মাতৃভাষা গুজৰাটীত। ১৯২৫ চনত প্ৰৱন্ধবোৰ নৱজীৱনত ধাৰাবাহিকৰূপে প্ৰকাশ হৈ ওলায়। মহাদেৱ দেশায়ে ততালিকে দেখিবলৈ পালে যে এই প্ৰৱন্ধৰাজি কেৱল গুজৰাট বা ভাৰতৰে নহয় সমগ্ৰ বিশ্বৰে অমূল্য সম্পদ। তাৰ সুফল কেৱল কিছুমানৰ মাজত সীমাবদ্ধ হৈ ৰোৱাটো তেওঁৰ ভাল নালাগিল। অইন কাম স্বত্বেও প্ৰৱন্ধবোৰ আন্তৰ্জাতিক ভাষা ইংৰাজীলৈ তৰ্জ্জমা কৰাত তেতিয়াই তেওঁ লাগি

গ'ল। প্ৰতিটো প্ৰবন্ধৰ অনুবাদকে দেশায়ে গান্ধীজীৰ হতুৱাই শুধৰাই লৈছিল। অনুদিত প্ৰবন্ধবোৰ এটাৰ পাছত এটাকৈ ইয়ং ইণ্ডিয়াত প্ৰকাশ হয়। সেইবোৰকেই আজি আমি পুস্তক আকাৰে পঢ়িবলৈ পাইছোঁ। ইয়াতে উল্লেযোগ্য যে ক্ৰমফিল্ড্ কমিটীৰ তদন্তৰ সময়ত কিছুদিনলৈ দেশাই বৰদোলিলৈ যাব লগা হোৱাত শেহৰ ফালৰ গোটাদিয়েক প্ৰবন্ধ অনুবাদৰ ভাৰ তেওঁ তেওঁৰ বন্ধু আৰু সহকৰ্ম্মী প্যাৰিলাল নায়াৰলৈ এৰিব লগাত পৰে।

১৯২৫ চনত গান্ধীজীয়ে বঙ্গদেশ, কাথিওৱাৰ, মালৱাৰ আৰু ত্ৰিবাঙ্কুৰৰ গাৱলীয়া অঞ্চলবোৰ ভ্ৰমণ কৰে। এই সুযোগতে দেশায়ে উক্ত অঞ্চলবোৰৰ প্ৰকৃত অৱস্থা আৰু সমস্যাসমূহ বুজি লয়। গান্ধীজীৰ এই ভ্ৰমণবোৰৰ হৃদয়গ্ৰাহী আৰু মনোৰম বৃত্তান্তও তেওঁ লগে লগে লিখে। ১৯২৭ চনৰ নবেম্বৰ মাহত তিনি সপ্তাহলৈ গান্ধীজী সিংহললৈ যায়। দেশায়েও গান্ধীজীৰ লগত সিংহলৰ বিভিন্ন ঠাই ভ্ৰমণ কৰে। অকল সেয়ে নহয়, এই ভ্ৰমণৰ বৃত্তান্তও ৰাইজৰ বিদিতাৰ্থে তেতিয়া তেতিয়াই তেওঁ লিখি যায়।

১৯২৮ খৃষ্টাব্দত চৰকাৰে গুজৰাটৰ বৰদোলি তালুকত শতকৰা পাঁচিশ টকাকৈ খাজনা বঢ়াই দিয়ে। জমিৰপৰা আয় বেছি হোৱা গুণেহে যে খাজনা বঢ়োৱা হৈছিল তেনে নহয়। একেই খেতিয়কৰ আৰ্থিক দুৰৱস্থা আৰু অনাটন, তাতে আকৌ ফচল পোৱাৰ ফালেও সেই ; কাজে কাজেই খেতিয়কসকলে একবাক্যে চৰকাৰী সিদ্ধান্তৰ প্ৰতিবাদ জনায়। পিছে সচৰাচৰৰ দৰে এই প্ৰতিবাদলৈ কৰ্ত্তৃপক্ষই কাণসাৰ নিদিয়াত বল্লভভাই পেটেলৰ নেতৃত্বত প্ৰজাসকলে খাজনা বন্ধ আন্দোলন চলায়। গান্ধীজীয়ে সৰ্ব্বান্তঃকৰণে

এই আন্দোলন সমৰ্থন কৰে। বোম্বে প্ৰাদেশিক চৰকাৰে সাম্ৰাজ্যৰ সকলো শক্তি প্ৰয়োগেৰে হলেও আন্দোলন দমাব বুলি ভয় দেখুৱায়। হলেও শেহত খাজনা কমাবলৈ চৰকাৰ বাধ্য হয়। এই সম্পৰ্কে এটি তদন্ত কমিটী বহে। এই কমিটীৰ জনাজাত নাম ব্ৰুম্‌ফিল্ড তদন্ত কমিটী। কমিটীয়ে বিভিন্ন লোকৰ সাক্ষ্য গ্ৰহণ কৰে। সাক্ষ্য সংগ্ৰহত চৰ্দাৰ বল্লভভাইক সহায় কৰিবলৈকে গান্ধীজীয়ে মহাদেৱ দেশাইক পঠিয়ায়। ইয়াতকৈ আৰু ভাল বাচনি কি হব পাৰে! দেশায়ে এই কাম এনে দক্ষতাৰে আৰু পোন-পটীয়াকৈ পৰিচালনা কৰিছিল যে স্বয়ং ব্ৰুম্‌ফিল্ড চাহাবেও তেওঁক প্ৰকাশ্যে প্ৰশংসা কৰিছিল। দেশাইৰ শক্তিত চৰকাৰী পক্ষৰ লোকেও তবধ মানিবলৈ বাধ্য হয়।

১৯৩০ৰ কথা। আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ পূৰ্ব্বে তেতিয়াও ভাৰতৰ দাবী সম্পৰ্কে কিবা এটি কৰিবলৈ গান্ধীজীয়ে ভাইচৰয় লৰ্ড আৰুইনক অনুৰোধ জনায়। উত্তৰত ৰাজ-প্ৰতিনিধিয়ে গান্ধীজীৰ আইন অমান্যৰ সিদ্ধান্তত গতানুগতিক ভাবে দুখ প্ৰকাশ কৰা ভিন্ন আচল বিষয়ে একোকে কোৱাৰ আৱশ্যক অনুভৱ নকৰিলে। গান্ধীজীয়ে তাতে দুখেৰে কৈছিল,—"আঠুলৈ মই মাগিছিলোঁ ৰুটী, কিন্তু তাৰ পৰিবৰ্ত্তে মিলিল মোৰ শিল।" তাৰ পিছত তেওঁ লোন আইন ভঙ্গ কৰাৰ উদ্দেশ্যে তিনিকুৰি এবছৰীয়া হাতত লাখুটি এডাল ধৰি এজন কম চাৰি কুৰি মাথোন স্বেচ্ছাসেৱকেৰে সৈতে বিগত বাৰ বছৰ ধৰি বাস কৰা সৱৰমতী আশ্ৰম আৰু তাৰে বুকুৰ 'হৃদয়-কুঞ্জ' বুদ্ধ-দেৱৰ দৰে চিৰদিনলৈ ত্যাগ কৰি দাণ্ডিলৈ যাত্ৰা কৰে। আনুষ্ঠানিক ভাবে লোন আইন ভঙ্গ কৰাৰ পিছত গান্ধীজীয়ে বাতৰি কাকতৰ

জৰিয়তে আইনৰ ধাৰালৈ ভয় নাৰাখি সকলো সুবিধাৰ ঠাইতে লোন তৈয়াৰ কৰিবলৈ দেশবাসীক আহ্বান জনায়। এই আহ্বান পাই মহাদেৱ দেশাই গুজৰাট ওলালগৈ। সেই সময়ত চৰ্দ্দাৰ বল্লভভাই পেটেল বাহিৰত নাছিল। মাৰ্চ্চ মাহৰ প্ৰথম সপ্তাহতে তেওঁ গ্ৰেপ্তাৰ হৈ যায়। পেটেলৰ অনুপস্থিতিত দেশায়ে নিজে গান্ধীজীৰ বাণী গুজৰাটৰ কেউফালে প্ৰচাৰ কৰিবলৈ ধৰিলে। য'লৈকে তেওঁ যায় ত'তেই জনসাধাৰণৰ উৎসাহ-উদ্দীপনাৰ সীমা নোহোৱা হয়; আইন অমান্যকাৰীৰ গৌৰৱ লভিবলৈ লোক উদ্বাউল হৈ পৰে। দেশাইৰ সুদক্ষ পৰিচালনাত সমগ্ৰ গুজৰাট আইন অমান্য আন্দোলনৰ এক বিৰাট ক্ষেত্ৰত পৰিণত হয়, ইমূৰৰপৰা সিমূৰলৈ গোটেই গুজৰাটতে পৰাধীনতা ধ্বংসকাৰী সত্যাগ্ৰহৰ জুই দাউ দাউকৈ জ্বলি উঠে। ইহেন উগ্ৰ মুক্তি-কামনাৰ মাজতো যেন কোনো ফালে সংযম আৰু শৃঙ্খলাৰ ব্যতিক্ৰম নঘটে গান্ধীজীৰ শিষ্য দেশায়ে তালৈকেও বিশেষ চকু ৰাখিছিল। গুজৰাটৰ এই আন্দোলনে গান্ধীজীৰ দৃষ্টি আকৰ্ষণ কৰে। ধৰ্ষণাৰ লোনৰ কুঠি অৱৰোধৰ সঙ্কল্প ৰাজ-প্ৰতিনিধিক জনাই গ্ৰেপ্তাৰ হোৱাৰ আগ মুহূৰ্ত্তত গান্ধীজীয়ে দেশবাসীৰ উদ্দেশ্যে যি বাণী এৰিছিল তাত তেওঁ গুজৰাটৰ আন্দোলনৰ ধাৰাত বিশেষ সন্তুষ্টি প্ৰকাশ কৰিছিল।

লণ্ডনত বহা প্ৰথম ঘূৰণীয়া মেজ মেলত কংগ্ৰেছৰ পক্ষৰপৰা কোনো প্ৰতিনিধি উপস্থিত নাছিল। গান্ধী-আৰুইন চুক্তিৰ কোনো কোনো চৰ্ত্ত চৰকাৰৰ পক্ষৰপৰা ভঙ্গ হোৱাত দ্বিতীয় মেজ মেললৈকেও কংগ্ৰেছৰ প্ৰতিনিধি হিচাবে গান্ধীজী লণ্ডনলৈ যোৱাৰ আশা এসময়ত প্ৰায় নোহোৱা যেনেই হৈছিল। পিছত যেনিবা ৰাজ-প্ৰতিনিধি

লৰ্ড উইলিংডন চাহাবে গান্ধীজীৰ লগত আকৌ নতুনকৈ চুক্তি চহী কৰাত গান্ধীজী মেজ মেললৈ যোৱাৰ বাট সুগম হ'ল। ১৯৩১ ৰ ২৯ আগষ্টৰ দিনা ৰাজপুতনা নামৰ জাহাজত বোম্বেৰপৰা তেওঁ বিলাতলৈ বুলি যাত্ৰা কৰে। তেওঁৰ লগত যায় মহাদেৱ দেশাই আৰু অন্যান্য সকল। ভাৰতীয় নাৰী সমাজৰ ফালৰপৰা সৰোজিনী নাইডু আৰু হিন্দু জাতিৰ পক্ষৰপৰা পণ্ডিত মদন মোহন মালব্যও গান্ধীজীৰ লগতে গৈছিল। বিলাতত লাঙ্কাছায়াৰীয় শ্ৰমিকৰ সভাৰ-পৰা বাকিংহাম ৰাজপ্ৰাসাদৰ প্ৰীতি-মেললৈকে সকলো অনুষ্ঠানতে গান্ধীজীৰ লগে লগে আছিল মহাদেৱ দেশাই। গাত মাথোন চাদৰ বা কম্বল আৰু ভৰিত কেবল চটিজোতাৰে সৈতে আঁঠুৰ ওপৰলৈ হাতেকটা সূতাৰ কাপোৰ পিন্ধা গান্ধীৰ ওচৰত ধকধকীয়া বগা খদ্দৰৰ চুৰিয়া-চোলাৰ সাধাৰণ পোছাক লোৱা দেশাইক নেদেখিবৰ কোনো কথা নাই। ৰজা-মন্ত্ৰীৰ লগে লগে সুসজ্জিত শৰীৰ-ৰক্ষক, গান্ধীজীৰ লগে লগে অমায়িক প্ৰিয় শিষ্য মহাদেৱ।

গান্ধীজীৰ চিঠি-পত্ৰ বা মতামত ব্যক্তিগতভাবে বৈ নিবলৈ হ'লে তাৰ ভাৰ প্ৰায় সততে দেশাইৰ ওপৰত পৰিছিল। গান্ধীজীৰ চিন্তা-প্ৰসূত দেশৰ ভাগ্য নিৰূপক অতি জৰুৰী চিঠিপত্ৰ লৈ আশ্ৰম বা পৰ্ণ-কুটীৰৰ পৰা দিল্লী-চিমলালৈ গৈ কতবাৰ যে তাৰ লাট-প্ৰাসাদৰ খটখটি তেওঁ বগাইছে! অকল সেয়েই নহয়, গান্ধীজীৰ ব্যক্তিগত প্ৰতিনিধি হিচাবে বৰলাট, সৰুলাট আৰু ৰাজনৈতিক বিভাগৰ বৰমূৰীয়াসকলৰ সৈতে অতি জোটিল আৰু গুৰুত্বপূৰ্ণ আলোচনাত পৰ্য্যন্ত তেওঁ যোগ দিছে। বিবিধ বিষয়ত তেওঁৰ যিৰূপ দখল আৰু দেশৰ সমস্যাৱলী সম্পৰ্কে যিৰূপ জ্ঞান আছিল—সেই ফালৰপৰাও

এনে বিধৰ আলোচনাত যোগ দিবলৈকে নিসন্দেহে দেশাইৰ অধিকাৰ আছিল।

কেতিয়াবা কোনো ঠাইৰ প্ৰকৃত অৱস্থা সম্পৰ্কে অনুসন্ধান কৰিবলৈ নিজে যাব নোৱাৰিলে গান্ধীজীয়ে সেই উদ্দেশ্যে পঠিয়ায় মহাদেৱ দেশাইক। ১৯৩৮ চনত এনে এক উদ্দেশ্য লৈয়েই গান্ধীজীয়ে মহাদেৱক উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশলৈ প্ৰেৰণ কৰে। তাত সীমান্তৰ গান্ধী খাঁ আব্দুল গফুৰ খাঁ আৰু তেওঁৰ ককায়েক ডাঃ খাঁ চাহেবৰ লগত তেওঁ সাক্ষাত কৰেগৈ। খাঁ ভ্ৰাতৃদ্বয়ৰপৰা আৱশ্যকীয় সকলো তথ্য সংগ্ৰহ কৰাৰ উপৰিও তেওঁলোকৰ লগত ঘূৰি-পকি দেশায়ে সীমান্তৰ আচল অৱস্থা অধ্যয়ন কৰিছিল। দেশাইৰপৰা গান্ধীজীয়ে সকলো কথাৰে বুজ লয়। ইয়াৰ প্ৰায় এমাহ পিছতে গান্ধীজী নিজে সীমান্তলৈ যায় আৰু ডাঃ খাঁ চাহেবৰ লগত পেছোৱাৰ জিলাৰ বিভিন্ন ঠাই ভ্ৰমণ কৰে। তেওঁ য'লৈকেই গৈছিল ত'তেই পাঠানসকলৰ আদৰ অভ্যৰ্থনাত অভিভূত হৈ পৰিছিল। গান্ধীজীয়ে সাহসী আৰু স্বাধীনচিতীয়া পাঠানসকলৰ মাজত অহিংসা আৰু সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰে।

এতিয়া আমি ৰাজকোটৰ কথালৈ আহোহক। ৰাজকোট কাথিওৱাৰৰ এখন সৰু সামন্ত ৰাজ্য। তাৰ প্ৰজাসকলে শাসন অধিকাৰ নিজ হাতলৈ অনাৰ অভিপ্ৰায়ে আন্দোলন চলায়। তাৰে ফলত ৰাজকোটৰ ৰজা ঠাকুৰ চাহেব আৰু প্ৰজাপক্ষৰ নেতা চৰ্দ্দাৰ বল্লভভাই পেটেলৰ মাজত এক চুক্তি হয়। কিন্তু ৰাজকোটৰ স্থানীয় ৰাজপ্ৰতিনিধিৰ প্ৰৰোচনাত ৰজাই সেই চুক্তি ভঙ্গ কৰে। এই অন্যায়ৰ কেৱল প্ৰতিবাদ স্বৰূপেই নহয় আশু প্ৰতিকাৰবো দাবী জনাই

১৯৩৯ ৰ ৩ মাৰ্চ্চৰপৰা গান্ধীজীয়ে আমৰণ অনশন আৰম্ভ কৰে। সেই সময়ত মহাদেৱ দেশাই নতুন দিল্লীত চিকিৎসাধীন অৱস্থাত আছিল। বাপুজীৰ অনশনৰ বাতৰি পায়েই মুহূৰ্ত্ততে তেওঁ নিজৰ বেমাৰৰ কথা তেনেই পাহৰি যায়। ৰুগীয়া গাৰে ভাইচৰয় লৰ্ড লিন্‌লিথ্‌গো আৰু চৰকাৰ পক্ষৰ অন্যান্য বৰমূৰীয়াসকলৰ লগত অৱস্থাৰ গুৰুত্ব সম্পৰ্কে তেওঁ ততালিকে আলোচনা কৰিবলৈ লয়। গান্ধীজীৰ দৃষ্টিকোণ আৰু মতামত দেশায়ে তেওঁলোকৰ আগত সুন্দৰকৈ ফঁহিয়াই দেখুৱায় আৰু হস্তক্ষেপেৰে তেতিয়া তেতিয়াই মধ্যস্থতাৰ কিবা এটি দিহা কৰিবলৈ ভাইচৰয়ক অনুৰোধ জনায়। প্ৰতি মুহূৰ্ত্তে তেওঁৰ উৎকণ্ঠা বাঢ়ি গৈছিল। পলম হোৱাৰপৰা অৱস্থাৰ পৰিণতি যে কি বিষম হবগৈ পাৰে ভাবিবলৈকেও যেন তেওঁৰ ভয় লাগে। ইতিমধ্যে গান্ধীজীৰ পৰাও ভাইচৰয়ে অনশন সম্পৰ্কে সবিশেষ জানিবলৈ পায়। এহাতে গান্ধীজীৰ যুক্তি, আনহাতে দেশাইৰ অৱস্থাৰ বিশ্লেষণ ; ভাইচৰয়ৰ পক্ষে আৰু নীৰৱতা ৰক্ষা কৰা টান হৈ পৰিল। তেওঁ নিজেই মধ্যস্থতাৰ ভাৰ লৈ ফেডেৰেল কোৰ্টৰ মুখ্য ন্যায়াধীশ চাৰ মৰিচ গয়াৰক চুক্তিৰ চৰ্ত্তাৱলী সম্পৰ্কে বিচাৰ কৰিবলৈ দিয়ে। চাৰ মৰিচ গয়াৰে সকলো কথাৰে তন্ন তন্নকৈ বিচাৰ কৰি অৱশেষত গান্ধীজী আৰু চৰ্দ্দাৰ পেটেলৰ সপক্ষে ৰায় দিলে। ৭ মাৰ্চ্চৰ দিনা গান্ধীজীয়ে অনশন ভঙ্গ কৰে আৰু দেশাইৰ বুকুৰ ওপৰৰপৰা গধুৰ শিল এটা নামি যায়। ইয়াৰ পিছত গান্ধীজীৰ লগত দেশাই নিজে ৰাজকোটলৈ গৈ সকলো কথাৰে মীমাংসা কৰি লয়।

গান্ধীজীয়ে বহুবাৰ অনশন ব্ৰত ধৰে, বহুবাৰ তেওঁৰ কাৰাবাস হয়। তেওঁৰ এই অনশন আৰু কাৰাবাস দেশাইৰ পক্ষে কম

উদ্বিগ্নতাৰ হেতু হোৱা নাছিল। গান্ধীজীৰ অনশনৰ সঙ্কল্পত দেশাইৰ হিয়া বিদৰি যায়। প্ৰথমে যুক্তি-তৰ্কেৰে আৰু শেহত সৰল শিশুটিৰ দৰে গাউৰি ধৰিয়েই বাপুজীক তাৰপৰা নিৰস্ত কৰিবলৈ তেওঁ চেষ্টা কৰি চায়। আৱশ্যকীয় অৱস্থা সৃষ্টিৰদ্বাৰা অনশনৰ যাতে অতি শীঘ্ৰে অৱসান ঘটাব পাৰে, তাৰ বাবে ভাত-পানী আৰু কায়-ক্লেশৰ চিন্তা এৰিও কাতৰ উদ্বিগ্নতা আৰু দৃঢ় মনোবলসনা মুখেৰে দুৱাৰে দুৱাৰে ঘূৰিবলৈ তেওঁ সততে প্ৰস্তুত আছিল। গান্ধীজীয়ে অকলশৰে কাৰাগাৰলৈ যোৱাটো দেশাইৰ পক্ষে অসহনীয়। আল-পৈচান ধৰোতাৰ অভাৱত পিছে গান্ধীজীয়ে কাৰাগাৰত অসুবিধা পায়—এয়েই আছিল তেওঁৰ চিন্তা। গান্ধীজীৰ লগত কাৰাবাসৰ সুযোগ কেইবা বাৰো তেওঁৰ ঘটে। সেইবুলি কাৰাবৰণৰ আড়ম্বৰতাৰ পক্ষপাতী তেওঁ নাছিল। ১৯৪০ ত গান্ধীজীৰ নিৰ্দ্দেশ-মতে বিনোবা ভাবেৰ দ্বাৰা আৰম্ভ হোৱা গাইগুটীয়া সত্যাগ্ৰহত তেওঁ অংশ লোৱা নাই। গান্ধীজীক বাহিৰত এৰি থৈ নিজে কাৰাগাৰলৈ যোৱা তেওঁৰ অভিপ্ৰায় নহয়। সেই কালছোৱাত চৰ্দ্দাৰ পেটেলৰ অনুপস্থিতিত তেওঁ গুজৰাট-বানপানী-সাহায্য পুঁজিলৈ পাঁচ লক্ষ টকা সংগ্ৰহ কৰিবলৈ লয়। ধন সংগ্ৰহৰ কাম কৰি থকাৰ মাজতে তেওঁ ডবল নিউমোনিয়াত পৰে। ৰুগ্ন পাটীৰপৰা বেমাৰেৰে যুঁজিও তেওঁ সংগ্ৰহৰ কাম পূৰ্ণোদ্যমে চলায় আৰু শেহত পাঁচ লক্ষ টকা তুলিবলৈ পাৰগ হয়গৈ।

১৯৪২ চনত গ্ৰেপ্তাৰ হবলৈ হ'লে আকৌ অনশনৰ সম্ভাবনা সম্পৰ্কে গান্ধীজীয়ে ইঙ্গিত দিয়ে। গান্ধীজীৰ এই ইঙ্গিতত দেশাই অস্থিৰ হৈ উঠে। এই বয়সত সঁচাকৈয়ে অনশন আৰম্ভ কৰিবলৈ হ'লে

কেনেকৈ যে গান্ধীজীয়ে তাৰ আনুসঙ্গিক অস্বস্থতা সহি বয় আৰু চৰকাৰেই বা তাক কিভাবে গ্ৰহণ কৰে তাকে ভাবি দেশাই উৱাদিহ নোপোৱা হয়। নেতৃস্থানীয় আৰু অন্তৰঙ্গসকলৰ যাকে পায় তাকে তেওঁ কাতৰ অনুৰোধ জনায় গান্ধীজীক অনশনৰ সঙ্কল্পৰপৰা বিৰত কৰিবলৈ। আকস্মিক মৃত্যুৰ দিনলৈকে এই চিন্তা তেওঁৰ যোৱা নাছিল। আগষ্টৰ আগে আগে জনৰৱ ওলায় যে অচিৰতে গান্ধীজী গ্ৰেপ্তাৰ হোৱাৰ সম্ভাবনা আছে। দুই এক নিৰ্ভৰযোগ্য মহলৰপৰাও দেশায়ে সেই বিষয়ে শুনিবলৈ পায়। তেতিয়াৰপৰা এটিমাত্ৰ কামনাকে তেওঁ অন্তৰত পোষণ কৰিছিল যেন তেওঁ নিজেও গান্ধীজীৰ লগত গ্ৰেপ্তাৰ হৈ যায় আৰু কাৰাগাৰত গান্ধীজীৰে সৈতে একেলগে থকাৰ সুযোগ পায়। এই কামনা তেওঁৰ পূৰ্ণ হৈছিল। ৯ আগষ্টৰ দিনা ৰাতিপুৱা গান্ধীজী গ্ৰেপ্তাৰ হয়। লগে লগে মহাদেৱ দেশাইকে ধৰা হয়। তেওঁলোকক আগা খাঁ ভবনত ৰখা হৈছিল। গান্ধীজী আৰু অন্যান্য নেতাসকলৰ লগত তাতে ছয়টি দিন কটাই ১৫ আগষ্টৰ দিনা কাৰাৰুদ্ধ অৱস্থাতেই তেওঁ চলে।



# কৰ্ম্ম-নিষ্ঠা আৰু বিবিধ বৈশিষ্ট্য।

মহাদেৱ দেশায়ে গান্ধীজীৰ লগত কি ভাবে যে কাম কৰিছিল ভাবিলে আচৰিত হ'ব লাগে। সকলো পিনে গান্ধীজীৰ সুবিধা-অসুবিধালৈ চকু ৰখাৰ উপৰিও অতি গুৰুত্বপূৰ্ণ স্মাৰকলিপি প্ৰস্তুত কৰাৰপৰা চিঠিৰ সাধাৰণ জবাব দিয়ালৈকে কত কামৰ ভাৰ যে তেওঁ বহন কৰিব লগাত পৰিছিল! এনেবোৰ কাম সম্পাদনৰ বাবে দপ্তৰ বুলিবলৈ যে তেওঁ বিশেষ কিবা পাইছিল তেনে নহয়। গান্ধীজীৰ লগত ঘূৰিপকি ফুৰাৰ মাজতেই এইবোৰ কাম তেওঁ কৰে। কাৰ্য্যোপলক্ষে বাহিৰত অৱস্থান কৰা কালৰ কথাই নাই আশ্ৰমত থকা সময়তো গান্ধীজী সদায় লোকজনেৰে পৰিবেষ্টিত হৈ থাকে। তাৰে মাজত সময় উলিয়াই গান্ধীজীৰে সৈতে প্ৰয়োজনীয় আলোচনাৰে দেশায়ে তেওঁৰ কাম সম্পাদন কৰে। আগৰ ছোৱাত বেছি ভাগ কামেই তেওঁ কৰিব লগাত পৰে ৰেলগাড়ীৰ সাধাৰণ তৃতীয় শ্ৰেণীৰ খোটালিত। তৃতীয় শ্ৰেণীৰ হট্টগোল-হুলস্থুলৰ মাজতেই তেওঁ পঢ়ে, ভাবে, গান্ধীজীৰ লগত আলোচনা কৰে, সিদ্ধান্ত লয় আৰু লিখে। বিসদৃশ আৰু প্ৰতিকূল অৱস্থাৰ মাজতো মনোনিবেশ কৰিব পৰা এই গুণ যদিও পোনতে দেশায়ে গান্ধীজীৰপৰাই পায় পিছত সি তেওঁৰ স্বভাৱৰ নিজস্ব উপাদান হৈ পৰেগৈ।

গান্ধীজীৰ স্বাধীনচিন্তা আৰু কৰ্ম্মশক্তি আছিল অসাধাৰণ। নানা পৰিকল্পনা তেওঁৰ উৰ্ব্বৰ মগজুৰপৰা ওলায় আৰু তেওঁৰে সুদক্ষ হাতত সেইবোৰ কাৰ্য্যলৈ ৰূপায়িত হয়। এইবোৰ ক্ষেত্ৰত দেশায়ে কামৰ

বিশেষ সুযোগ লয়। গান্ধীজীয়ে কিবা এক নতুন পৰিকল্পনা বা নীতিৰ কথা উলিয়ালেই দেশায়ে সেই সম্পৰ্কে বহল ভাবে অধ্যয়ন কৰে, তাৰ সপক্ষে আৰু বিপক্ষে নজিৰ উলিয়ায় আৰু গবেষণাৰে গান্ধীজীৰ মতৰ যৌক্তিকতা আৰু অভ্ৰান্ততা প্ৰতিপন্ন কৈ দেখুৱায়। গান্ধীজীৰ মতামত বিশ্লেষণ কৰিবলৈ গৈ কোনো কোনো স্থলত এনেবোৰ কথা তেওঁ কৈছিল যে স্বয়ং গান্ধীজীৰ পক্ষেও সি নতুন আছিল। বিভিন্ন বিষয়ে আহৰণ কৰি পোৱা সাৰ কথাবোৰ দেশায়ে উপযুক্ত পৰত গান্ধীজীৰ সমুখত দাঙি ধৰে। তাৰপৰা যে গান্ধীজীয়ে বিশেষ সুবিধা পায় নকলেও চলে। গান্ধীজীৰ সত্য আৰু অহিংসা, সৰ্ব্বোদয় আৰু গ্ৰাম-উদ্যোগ, চৰকাবিপ্লব, খাদি প্ৰচলন, বুনিয়াদী শিক্ষা, প্ৰাকৃতিক চিকিৎসা প্ৰণালী, যন্ত্ৰ-শক্তিৰ অপকাৰিতা আৰু মনুষ্য-শ্ৰমৰ শ্ৰেষ্ঠত্ব, অস্পৃশ্যতা বৰ্জ্জন, নৰ-নাৰায়ণৰ সেৱা আৰু অন্যান্যৰ ভিতৰত এনে এটি বিষয় নোলাব যি সম্পৰ্কে দেশায়ে মানসিক চিন্তা কৰা নাই বা বাস্তব অভিজ্ঞতা অৰ্জ্জন কৰা নাই। গান্ধীজীৰ কোনো বাণী বা উক্তিৰে মৰ্ম্ম সম্পূৰ্ণভাবে উপলব্ধি নকৰাকৈ তেওঁ সন্তুষ্ট নহৈছিল। এই কালৰপৰা দেশাইক গান্ধীজীৰ ৰূপ আৰু শ্ৰীৰ স্বচ্ছ দাপোন বুলিব পৰা যায়। গান্ধীজীৰ মূল্যবান উক্তিবোৰ দেশায়ে নিজৰ ব্যাখ্যাৰে সৈতে সাপ্তাহিক চিঠি-পত্ৰ শিতানত ইয়ং ইণ্ডিয়া আৰু হৰিজন পত্ৰিকাত প্ৰকাশ কৰিছিল।

গান্ধীজীৰ মুখৰপৰা ওলোৱা জ্ঞানগৰ্ভ বাণীবোৰ ভৱিষ্যতলৈ সংৰক্ষণৰ দিহা কৰা দেশাইৰ আন্তৰিক হাবিয়াস আছিল। এই উদ্দেশ্যেই তেওঁ দিনলিপি ৰাখিবলৈ লয়। মৃত্যুৰ আগ দিনালৈকে তেওঁ এইদৰে দিনলিপি ৰাখি গৈছে। এইবোৰ গান্ধীজীৰ মুখৰপৰা

ওলোৱা বিবিধ বিষয়ক উক্তিৰ অফুৰন্ত ভঁৰাল। পাহৰি যায় বুলি শুনামাত্ৰেই গান্ধীজীৰ উক্তিবোৰৰ চমু টোকা প্ৰয়োজন অনুযায়ী লেফাফাৰ ওপৰত, নোটৰ গাত, বাতৰি কাকতৰ কাষত, এনেকি নখৰ পিঠিত বা হাতৰ তলুয়াত হলেও তেওঁ লিখি লয় আৰু সুবিধা পালেই দিনলিপিত সেইবোৰ সন্নিবেশিত কৰে। কাৰো সাধ্য নাই যে দেশাইৰ আগত গান্ধীজীৰ কোনো মত বা উক্তি ভুলকৈ কয় বা দেখুৱায়। কেতিয়াবা ক'ৰবাত গান্ধীজী সম্পৰ্কে ভুল বা বিকৃত ব্যাখ্যা হলেই তেওঁ তাক আঙুলিয়াই দিয়ে আৰু দায়িত্বহীন তেনে উক্তিৰ বিৰুদ্ধে সাৱধান বাণী শুনায়। গান্ধীজীৰ মতামত আৰু চিন্তাধাৰাৰ দেশাই আছিল জীৱন্ত বিশ্বকোষ আৰু গান্ধীজী সম্পৰ্কীয় বিষয়ৰ সত্যাসত্য নিৰ্ণয়ৰ চূড়ান্ত বিচাৰালয়।

প্ৰায় প্ৰতিদিনে গান্ধীজীৰ ওচৰত অজস্ৰ মানুহৰ সমাগম হয়। ৰাজনীতিবিদ, অৰ্থনীতিবিদ, ধৰ্ম্মনীতিজ্ঞ, স্বাস্থ্যনীতিজ্ঞ, সাংবাদিক, ভ্ৰমণকাৰী, আধ্যাত্মিক উপদেশকামী, ৰোগ-নিৰাময়-অভিলাষী, সামাজিক সংস্কাৰ-পন্থী, সাধাৰণ দৰ্শন-প্ৰাৰ্থী, এনেকি বলিয়া—নানা তৰহৰ লোকেই গান্ধীজীক সাক্ষাত কৰাৰ বাঞ্ছা লৈ আহে। এই সকলোবোৰকে সাক্ষাতৰ সুযোগ দিয়া গান্ধীজীৰ পক্ষে স্বভাৱতে টান হৈ পৰে; এনেকি সাক্ষাতৰ সুযোগ পোৱা সকলকো সমানে তেওঁ সময় দিব নোৱাৰে। চিৰপ্ৰফুল্ল দেশায়ে কিন্তু সকলোৰে লগত আৱশ্যক অনুসৰি কথাবতৰা পাতে আৰু গান্ধীজীৰ মতামত সম্পৰ্কে সমিধান দিয়ে, যেন ক্ষুণ্ণ মন লৈ কেও উভটিব লগা নহয়। গোৱাৰ-গোবিন্দ আৰু অবিবেচক ছুই চাৰি দৰ্শনপ্ৰাৰ্থীক আৱশ্যক হলে বাহিৰত কদোৱা চকুও তেওঁ দেখুৱায়। এইদৰে অবাঞ্ছিত দৰ্শনপ্ৰাৰ্থীক

আতৰাই গান্ধীজীৰ অন্ততঃ বছৰদিয়েক সময় তেওঁ ৰক্ষা কৰে। মানুহৰ মন যোগাবলৈ গান্ধীজীৰ মূল্যবান সময় নষ্ট কৰোৱাৰ কথা দেশায়ে ভাবিবকৈ নোৱাৰিছিল। প্ৰতিজনৰে গান্ধীজীৰ লগত সাক্ষাতৰ সময়ত তেওঁ আগত ৰয়। এনেকি নেতাসকলৰ এজন বা অধিক আৰু গান্ধীজীৰ মাজত কোনো মূলনীতি সম্পৰ্কে হোৱা আলোচনাৰ কালতো তেওঁ উপস্থিত থাকে আৰু আৱশ্যক অনুসৰি আলোচনাৰ অংশ গ্ৰহণ কৰে।

গান্ধীজীৰ যথাৰ্থ স্বৰূপ কেৱল নিজে উপলব্ধি কৰিয়েই দেশাই সন্তুষ্ট নাছিল, দেশ-বিদেশৰ জনসাধাৰণকো তাক বুজাবলৈ তেওঁ যত্নবান আছিল। বৰ্ত্তমান যুগত পৃথিবীৰ ভিতৰতে গান্ধীজী সবাতোকৈ বেছি জনাজাত আৰু জনপ্ৰিয় ব্যক্তি বুলি সকলোৱে স্বীকাৰ কৰে। গান্ধীজীৰ এই জনপ্ৰিয়তাৰ অন্যতম কাৰণ যে মহাদেৱ দেশাইৰ বিশ্লেষণমূলক গান্ধী-প্ৰবন্ধৰাজি তাত সন্দেহ নাই। গান্ধীজীৰ কোনো বিশেষত্বই সূক্ষ্মদৰ্শী দেশাইৰ দৃষ্টি এৰুৱাই ৰব নোৱাৰিছিল আৰু তেওঁৰে জৰিয়তে বিশ্ববাসীয়ে সেইবোৰৰ যথাৰ্থ সন্ধান পাইছিল। দেশাই অবিহনে গান্ধীজীৰ বহু কথাই হয়তো পোহৰলৈ নোলালহেঁতেন !

গান্ধীজী দেশাইৰ আৰ্হি আছিল হয় ; সেইবুলি গান্ধীজীৰ বিষয়ে কবলৈ গৈ কেতিয়াও তেওঁ অতিৰঞ্জনৰ আশ্ৰয় লোৱা নাই। অপ্ৰপঞ্চৰপৰা প্ৰপঞ্চলৈ অৱতৰণ কৰাই গাত দেৱত্ব আৰোপেৰে গান্ধীজীক দেখুওৱা তেওঁৰ উদ্দেশ্য নাছিল। তেওঁ গ্ৰহণ কৰা গান্ধীজী আছিল সৰ্ব্বসাধাৰণৰে মাজত আৰু সংস্পৰ্শত থকা সাধাৰণ মানৱ-সমষ্টিৰে এক ব্যক্তিবিশেষ। সেই ভাবেই তেওঁ সৰল আৰু প্ৰাঞ্জল ভাষাৰে সত্যৰপৰা তিলপৰিমানো এৰাএৰি নোহোৱাকৈ গান্ধীজীক

দেখুৱাই গৈছে। গান্ধীজীৰ বিষয়ে কোৱাত কেতিয়াও তেওঁ আবেগক আমোল দিয়া নাই। গান্ধীজীৰ জীৱনত কত যে অৱস্থা বিপৰ্য্যয় ঘটিছে; কিন্তু দেশায়ে সেইবোৰৰ বহল বিৱৰণেৰে জনসাধাৰণৰ গান্ধীজীৰ প্ৰতি সহানুভূতি উদ্ৰেক কৰিবলৈ কোনো দিনে চেষ্টা কৰা নাছিল।

দেশায়ে গান্ধীজীক ৰহস্য কৌতুকপ্ৰিয় হিচাবেও দেখুৱাবলৈ এৰা নাই। তেওঁৰ দিনলিপিৰপৰা পোৱা যায়—

এদিন বল্লভভায়ে গান্ধীজীক সুধিলে—বাপু, আপোনালৈ কেইটা খেজুৰ নিকাম? গান্ধীজীয়ে উত্তৰ দিলে—পোন্ধৰটা হ'লেই হব। বল্লভভায়ে ক'লে—বাপু, পোন্ধৰ আৰু কুৰিৰনো কি তফাৎ? গান্ধীজীয়ে ঘপৰাই কৈ উঠিল—তেন্তে দহোটা হ'লেই চলিব।

আৰু এদিনৰ কথা। গৰম পানী মিহলোৱা লেবুৰ ৰস আৰু মৌজোলৰ গিলাচটো গান্ধীজীৰ সমুখত এটুকুৰা সৰু কাপোৰেৰে ঢকা। দুদিনমানৰপৰা গান্ধীজীয়ে এইদৰে গিলাচ ঢাকি ৰাখিবলৈ লৈছে। সিদিনা গিলাচটো দেখুৱাই গান্ধীজীয়ে দেশাইক ক'লে,—"গিলাচ এইদৰে কিয় ঢাকি ৰখা হয় জানা মহাদেৱ? বতাহত অসংখ্য ক্ষুদ্ৰ বীজাণু ওপঙি ফুৰে। গিলাচ এনেকৈ ঢাকি ৰাখিলে সেইবোৰ আৰু পৰিব নোৱাৰে।" বল্লভভাই পেটেলো সেই সময়ত তাত উপস্থিত আছিল। গান্ধীজীৰ কথা শুনি তেওঁ ক'লে,—"আমি হ'লে এতিয়াও ইমান অহিংস হব পৰাগৈ নাই।" হাঁহি মাৰি গান্ধীজীয়ে ক'লে —"অহিংস হবলৈ যেন নোৱাৰিলেঁৱেই, খোৱা বস্তুৰপৰা দূষিত পদাৰ্থতো আতৰাই ৰাখিব পাৰোঁ।"

—এনেবোৰ খুঁটিনাটি ঘটনাকো দেশায়ে লিপিবদ্ধকৈ নৰখা হ'লে জনসাধাৰণে সেইবোৰ জানিবলৈকেই নাপালেহেঁতেন।

নিজকে এগৰাকী ভাল শিক্ষক বুলি গান্ধীজীয়ে গৌৰৱ কৰিছিল। তেওঁ কৈছিল যে তেওঁৰেপৰা গুজৰাটী-ভাষা, সূতাকটা আৰু সাংবাদিকতাৰ পাঠলৈ তেওঁকে মহাদেৱ দেশায়ে এই সকলোবোৰ বিষয়তে চেৰ পেলাব পৰাটো নিশ্চয় তেওঁৰ শিক্ষাদানৰ সাৰ্থকতাৰ পৰিচায়ক। সঁচা কথা! লগে লগে ছাত্ৰৰ আন্তৰিকতা আৰু প্ৰতিভাৰো যে ইয়াত যোগ আছে সিও মিছা নহয়।

গান্ধীজীৰ অনুপ্ৰেৰণাত তেওঁৰে অধীনত দেশায়ে গুজৰাটী ভাষা শিকিবলৈ লয়। অতি কম সময়ৰ ভিতৰতে দেশায়ে এই ভাষা এনে ভাবে আয়ত্ত কৰি পেলায় যে গান্ধীজীতকৈও তেওঁ বেছি পাৰদৰ্শীহে পৰেগৈ। পিছত গান্ধীজীয়েহে দেশাইৰপৰা গুজৰাটী ভাষাৰ জোটিল কথাবোৰ নিৰাকৰণ কৰি লব লগাত পৰিছিল। কোনো ইংৰাজী শব্দৰ গুজৰাটী প্ৰতিশব্দ বিচাৰি নাপালে গান্ধীজীয়ে দেশাইক সোধে। দেশায়ে যেতিয়া আৱশ্যকীয় গুজৰাটী শব্দটো কৈ দিয়ে কি যে নিৰাবিল আনন্দ গান্ধীজীয়ে উপভোগ কৰে!

কেৱল ইংৰাজী আৰু গুজৰাটীতহে যে দেশাইৰ ব্যুৎপত্তি আছিল তেনে নহয়। এই দুই ভাষাৰ উপৰিও বঙালী, মহাৰাষ্ট্ৰী আৰু হিন্দীত তেওঁ বিশেষ পাৰদৰ্শিতা লাভ কৰে। উৰ্দ্দু ভাষাতো তেওঁৰ দখল আছিল। কাৰাৰুদ্ধ অৱস্থাত সহবন্দী খাজা চাহেব এম্. এ. মজিদৰপৰা ফাৰ্চী আৰু আৰবী ভাষা শিকিবলৈকেও তেওঁ চেষ্টা কৰে আৰু তাত ভালেখিনি আগুৱায়ো। মুঠৰ ওপৰত দেশাই আছিল এজন ভাষাবিদ। তেওঁৰ ভাৰতীয় ভাষাপ্ৰীতি কেৱল শলাগিবলগীয়াই নহয় অনুকৰণীয়ও।

গান্ধীজীয়ে আশ্ৰমৰ সকলোকে সূতা কাটিবলৈ শিকায়।

দেশায়েও তেওঁৰেপৰা সূতা কটা শিকে। কিন্তু পিছতগৈ দেশায়ে এনে খৰকৈ আৰু পটুতাৰে মিহি সূতা কাটিবলৈ ধৰে যে গান্ধীজীয়েও আৰু তেওঁৰ লগত নোৱাৰা হয়। গান্ধীজীৰ পক্ষে ই গৌৰৱৰ কথা আছিল। ঘণ্টাৰ পিছত ঘণ্টাধৰি অসীম ধৈৰ্য্য আৰু পৰম আনন্দেৰে দেশায়ে সূতা কাটিব পাৰিছিল। কাম যিমানেই বেছি নহওক তাৰ মাজতে প্ৰত্যহ সূতা কটাৰ সময় তেওঁ উলিয়াবই উলিয়াব। দৈনিক নিম্নতম পৰিমাণৰ সূতাখিনি কাটি উলিয়াবলৈ আৱশ্যক হ'লে টোপনি ঘাটি কৰিবলৈকেও তেওঁ প্ৰস্তুত আছিল। তেওঁ মনে-প্ৰাণে বিশ্বাস কৰিছিল যে ভাৰতীয় দৰিদ্ৰ জনসাধাৰণৰ অৰ্থনৈতিক ভাগ্য যতঁৰৰ লগত জৰিত। সূতা কটাত দেশাইৰ কেনে মনোযোগ আৰু ৰাপ আছিল এটি সৰু ঘটনাৰপৰা বুজা যায়।—

উপস্থিত মহাত্মা গান্ধী, বল্লভভাই পেটেল আৰু মহাদেৱ দেশাই। দেশাই সূতা কটাত ব্যস্ত। প্ৰয়োজন হ'ল চিঠি টাইপ্ কৰাৰ। গান্ধীজীয়ে মুখে মুখে কৈ যাব আৰু তেওঁ যি কয় তাকে লগে লগে টাইপ্ কৰিব লাগিব। গান্ধীজীয়ে পেটললৈ চাই ক'লে,—"এতিয়া কি কৰা যায়! মহাদেৱকতো আৰু সূতা-কটা এৰিবলৈ কোৱা নাযায়।" গান্ধীজীৰ কথা শুনিও দেশাই সূতা কাটিয়েই ৰ'ল। তেতিয়া পেটেলে নিজেই টাইপ্ কৰিবলৈ আৰম্ভ কৰিলে।

মহাদেৱ দেশাইৰ সাহিত্য-প্ৰতিভাও আছিল উচ্চ খাপৰ। লিখক হিচাবে তেওঁৰ দৃষ্টি-ভঙ্গী আছিল অতি উদাৰ। ভাষা তেওঁৰ সদায় পোন আৰু উজু তেহেলৈ বিষয়বস্তু যিমানেই তথ্যপূৰ্ণ বা গভীৰ নহওক। সৰল ভাষা প্ৰয়োগত নিৰ্ব্বিবাদে তেওঁক

স্বয়ং গান্ধীজীৰ নমুনা বুলিব পৰা যায়। কৃত্ৰিমতা আৰু অতিৰঞ্জনৰ ঠাই নাই বুলিয়েই তেওঁৰ লিখা মনোগ্ৰাহী আৰু সুখপাঠ্য। যেয়ে এবাৰ তেওঁৰ লিখা হাতত পায় সি তাক বাৰে বাৰে নপঢ়াকৈ আৰু নোৱাৰে। তেওঁ লিখিছিল উপলব্ধিৰপৰা প্ৰয়োজনৰ খাতিৰত। সেইবাবেই তেওঁৰ লিখা মনোৰমহৈ উঠিছিল।

দেশাইৰ প্ৰবন্ধ আৰু সংগ্ৰহসমূহৰ কিছুমান ভাৰতীয় গাওঁৰ মাজত গান্ধীজী ( Gandhiji in Indian Villages ), গান্ধীজীৰে সৈতে সিংহলত ( With Gandhiji in Ceylon ), বৰদোলিৰ কাহিনী ( The Story of Bardoli ), জাতিৰ ডাক ( The Nation's Voice ) প্ৰভৃতি গ্ৰন্থৰূপে তেওঁৰ জীৱদ্দশাতে প্ৰকাশিত হয়। মহদেৱ দেশাই স্মাৰক ন্যাসৰ তৰফৰপৰাও এনেবিধ গ্ৰন্থ প্ৰকাশৰ কাম চলিছে। আহ্মদাবাদৰ নবজীৱন প্ৰকাশভবনে দেশাইৰ দিনলিপিবোৰ খণ্ড খণ্ডকৈ ক্ৰমে প্ৰকাশ কৰিছে। মহাদেৱ দেশায়ে অনাশক্তি যোগ বা গান্ধা-গীতা ( The Gospel of Selfless Action or The Gita According to Gandhi ) ১৯৩৩-৩৪ চনৰ বন্দী অৱস্থাত লিখি উলিয়ায়। গান্ধীজীয়ে তাৰ পাণ্ডুলিপি চাই দিব নোৱাৰাবাবে সি তেওঁৰ ( দেশাইৰ ) জীৱদ্দশাত প্ৰকাশ হবলৈ নাপালে। তেওঁৰ মৃত্যুৰ পিছতহে সি প্ৰকাশিত গ্ৰন্থৰূপে ৰাইজৰ হাতত পৰে। গ্ৰন্থৰ পাতনিত গান্ধীজীয়ে লিখিছে যে ইয়াৰ প্ৰতিটো পৃষ্ঠা দেশাইৰ পাণ্ডিত্য আৰু বহল অধ্যয়নৰ পৰিচায়ক। তেওঁ আৰু কয় যে ইয়াত দেশায়ে তেওঁৰ ( গান্ধীজীৰ ) গুজৰাটী গীতাবোধৰ ইংৰাজী অনুবাদ কৰিবলৈ গৈ শেহত গীতাৰ এক মূল টীকাকে লিখি পেলাইছে। দেশাইৰ পাণ্ডিত্য, স্বাধীনচিন্তা

আৰু অধ্যয়ন সম্পৰ্কে গান্ধীজীৰ উক্ত মন্তব্য তেওঁৰ সকলো লিখাতে প্ৰযোজ্য। তেওঁৰ বিস্তৰ লিখাই প্ৰকাশ হৈছে। অপ্ৰকাশিত বিবিধ প্ৰবন্ধ আৰু সংগ্ৰহো তেওঁ পাণ্ডুলিপি অৱস্থাত এৰি যায়। দেশায়ে এৰি থৈ যোৱা টোকা, সংগ্ৰহ আৰু অসম্পূৰ্ণ লিখাবোৰ চাই গান্ধীজীয়ে কৈছিল যে সেইবোৰৰ ভালেখিনিকেই তেওঁৰ বাহিৰে অইনে যথাযথ ভাবে ধৰিবলৈ টান পাব। কাল পালে দেশায়ে এইবোৰ যে কি কামত লগালেহেঁতেন দেশাই অবিহনে ধৰিবৰ উপায় নাই বুলিও গান্ধীজীয়ে দুখ কৰে।

দেশাই কেৱল সাহিত্যিকেই নহয়, এজন উচ্চ শ্ৰেণীৰ সাংবাদিকো। গান্ধীজীৰেপৰা তেওঁ সাংবাদিকতা শিকে। পিছত কিন্তু গান্ধীজীয়েও দেশাইৰ কাপকেহে অধিক নিপুণ বুলিছিল। গান্ধীজীয়ে লিখিছিল প্ৰধানতঃ নিজৰ চিন্তাধাৰা প্ৰকাশ কৰিবলৈ। এই সম্পৰ্কেও পিছে দেশাইৰ প্ৰবন্ধ-প্ৰকাশৰ সংখ্যা কম নহব। তেনেস্থলতো গান্ধীজীয়ে কব খোজে যে লিখাতেহে যে দেশাইৰ প্ৰধান ৰাপ আছিল তেনে নহয়, লিখাতকৈ সূতা কটাতহে আছিল তেওঁৰ অধিক মনোযোগ। অৱশ্যে গান্ধীজীৰ এই উক্তিয়ে লিখাত যে দেশাই কেনে চতুৰ আছিল তাকেহে দেখুৱায়।

এলাহবাদৰ দৈনিক কাকত ইণ্ডেপেণ্ডেন্টৰ জৰ্জ্জ জোছেফৰে সৈতে দেশাই কিছুকাল সম্পাদক আছিল। জোছেফ গ্ৰেপ্তাৰ হোৱাৰ পিছত দেশায়ে অকলে এই কাকত সম্পাদনৰ ভাৰ লয়। চৰকাৰে আইন পালনৰ প্ৰতিশ্ৰুতি হিচাবে জামিন দাবী কৰিলত তেওঁ নত নহৈ শেষত কাকতকে বন্ধ কৰি দিয়ে আৰু গান্ধীজীৰ পৰামৰ্শ অনুসাৰি পাণ্ডুলিপি আকাৰে তাক প্ৰকাশ কৰিবলৈ স্থিৰ

কৰে। কাৰ্য্যালয়ৰ সহকৰ্ম্মীসকলৰ ভালেমানৰে কিন্তু দেশাইৰ এই সঙ্কল্প মনঃপুত নহ'ল। গান্ধী-নীতিৰে অপৰিচিত তেওঁলোক এনে সিদ্ধান্ত লগাগিবলৈ অপাৰগ হোৱাটো অস্বাভাৱিকো নহয়। তেওঁলোকৰ অনেকেই দেশাইৰ এই প্ৰয়াসত সহযোগ কৰিবলৈ অক্ষমতা প্ৰকাশ কৰে। দেশাই কিন্তু তিল পৰিমানো নতলিল। তেওঁ সহকৰ্ম্মীসকলক জনালে যে গান্ধীজীৰ অধীনত এনেয়ে তেওঁ শিক্ষানবীছ হিচাবে খটা নাই, আৱশ্যক হ'লে বিনাসাহায্যে আৰু অকলেই তেওঁ সিদ্ধান্ত অনুযায়ী কাকত উলিয়াব। ই তেওঁৰ অসাৰ উক্তি নাছিল। সঁচাকৈয়ে প্ৰথম সংখ্যা কাকত দেশাইৰ নিজ হাতৰ মুকুতালেখীয়া আখৰেৰেই ওলাল। এই কাকতখন আঢ়ৈ শ টকাত বিক্ৰী হয়। ইণ্ডেপেণ্ডেণ্টৰ সম্পাদক হিচাবে দেশাই তীক্ষ্ণ মেধাবী আৰু বিচক্ষণ ৰাজনীতিজ্ঞ পণ্ডিত মতিলাল নেহেৰুৰো প্ৰশংসা আৰু প্ৰীতি অৰ্জ্জন কৰিবলৈ সক্ষম হয়। দেশাইৰ ব্যক্তিত্ব, গান্ধীজীৰ মতবাদ আৰু নীতি বিশ্লেষণৰ ক্ষমতা আৰু পৈণত ৰচনা-কৌশলত মতিলাল নেহেৰু মুগ্ধ হৈছিল।

১৯৩৩ চনত গান্ধীজীৰ সাপ্তাহিক হৰিজন পত্ৰিকাৰ প্ৰকাশ আৰম্ভ হয়। তেতিয়া গান্ধীজী যাৰবেডা জেলত। চৰকাৰে জেলৰপৰাই তেওঁক হৰিজন আন্দোলনৰ কাম চলাবলৈ অনুমতি দিয়ে। সেই সময়ত গান্ধীজীক সহায় কৰিবলৈ মহাদেৱ দেশাইৰ বাহিৰে দ্বিতীয় জন আৰু নাছিল। প্ৰায় এহেজাৰৰো ওপৰ গ্ৰাহকলৈ কিভাবে যে দেশায়ে কাকত পঠিয়াইছিল ভাবিলেও আ[illegible] হব লাগে। মাথোন স্মৃতি-শক্তিৰ ওপৰত নিৰ্ভৰ কৰিয়েই তেওঁ এই কৰ্ত্তব্য পালন কৰে। হৰিজনৰ সম্পাদক আছিল

গান্ধীজী নিজে; কিন্তু ১৯৩৩ চনৰপৰা ১৯৪২ চনলৈকে এই ন বছৰৰ ভিতৰত এনে এটি ইয়াৰ সংখ্যা নোলাব যত মহাদেৱ দেশাইৰ ভাব-ভাষাৰে পৰিপুষ্ট একাধিক প্ৰবন্ধ প্ৰকাশ হোৱা নাই। হৰিজনৰ প্ৰতিটো সংখ্যাৰে অসম্পূৰ্ণ অংশ পূৰণৰ ভাৰ দেশাইৰ ওপৰত পৰিছিল বুলিলেও বঢ়াই কোৱা নহয়। বিনা আয়াসে ক্ৰটী-বিচ্যুতি নোহোৱাকৈ প্ৰবন্ধ লিখাত সিদ্ধহস্ত দেশায়ে এই ভাৰ হেলাৰঙে বহন কৰিছিল। ১৯৩৫ চনত গান্ধীজীৰ অস্বস্থতা হেতু হৰিজন সম্পাদনৰ কাম দেশায়েই চলায়।

হৰিজন পত্ৰিকাত মহাদেৱ দেশায়ে সদায় এম্-ডি স্বাক্ষৰেৰে প্ৰবন্ধ লিখিছিল। হৰিজনৰ লগত এম্-ডি. স্বাক্ষৰৰ সম্পৰ্ক দেখুৱাবলৈ এটি কৌতূহলজনক ঘটনা উল্লেখ কৰিব পৰা যায়। এদিন দেশায়ে গান্ধীজীৰ কুটীৰৰ বাহিৰতে পিন্ধা চটি-জোতাযোৰ এৰি থৈ ভিতৰত কিবা কাম কৰিছিল। জোতাৰ ওপৰত লিখা আছিল এম্-ডি.। হেন সময়তে চৰ্দ্দাৰ বল্লভভাই পেটেল সেইখিনি ওলায়হি। এম্.-ডি. আখৰেৰে দেশাইৰ জোতাযোৰ তেওঁ দেখিবলৈ পায়। ততালিকে দেশাইক মাতি লৈ পেটেলে ক'লে—শুনিছা মহাদেৱ, জোতা এনেকৈ নেৰিবা। কোনোবাৰ পিছে নতুন সংস্কৰণৰ হৰিজন বুলি ভ্ৰম হব।

পুথি-অধ্যয়ন দেশাইৰ দৈনন্দিন কৰ্ত্তব্যৰ ভিতৰত আছিল। শোৱাপাটীত পৰাৰ পিছত কিতাপ নপঢ়িলে তেওঁৰ টোপনিয়েই নাহে। আকস্মিক মৃত্যুৰ আধা-ঘণ্টা আগলৈকে আদ্ৰে মৰোৱাৰ "দি আৰ্ট অব্ লিভিং" ( The Art of Living ) নামৰ কিতাপখন তেওঁৰ কাষত পোৱা যায়। ইমানেই অধ্যয়নলৈ তেওঁৰ ধাউতি।

দেশাইৰ কৰ্ত্তব্য-বোধেই আছিল উগ্ৰ বিধৰ। কোনো বিপদ

বা প্ৰতিকূল অৱস্থাৰে সাধ্য নাই যে তেওঁক কৰ্ত্তব্য পালনত বাধা যাচিব পাৰে। ঘৈণীয়েকৰ যেতিয়া সাঙ্ঘাতিক নৰিয়া তেতিয়াও তেওঁ শান্তিদল গঠনেৰে আহ্মদাবাদৰ সাম্প্ৰদায়িক কলহ দমাবলৈ কাম হাতত লয়। সচাকৈয়ে দুৰ্গা দেশাইৰ অৱস্থা তেতিয়া এনে বেয়া যে তেওঁ মৰে নে বাছে তাৰ নিৰাকৰণ নাই; তত্ৰাচ তাৰ মাজতেই মহাদেৱ ভায়ে শান্তি স্থাপনৰ কাম অতি সুচাৰুৰূপে চলায়। সেইদৰে পিতৃবিয়োগৰ বাতৰি পোৱাৰ পিছতো তেওঁ চকুপানী মচি মচি নবজীৱন পত্ৰিকালৈ প্ৰবন্ধ লিখিছিল। প্ৰবন্ধ লিখি অটোৱাৰ পিছতহে তেওঁ ঘৰলৈ যোৱাৰ দিহা কৰে।

ৰহস্যজনকভাবে দেশাইৰ পিতাকৰ মৃত্যু হয়। পুতেকে ত্যাগৰ জীৱন বৰণ কৰা বাবে যদিও পোনতে তেওঁ অলপ বেয়া পাইছিল পিছলৈ আৰু সেই ভাব তেওঁৰ সমূলঞ্চে বোৱা নাছিল। তেওঁ একাধকবাৰ প্ৰকাশ কৰিছিল যে অন্ততঃ কেইটামান দিন পুতেকৰ লগতে কটাই তেওঁ শান্তি লাভ কৰিব। এদিন পুতেকৰপৰা তেওঁ এখন কিতাপ পায়। কিতাপখন মহাদেৱ ভাইৰ নিজৰে লিখা আছিল। পুতেকৰ কিতাপ পোৱাত পিতাকৰ কি যে আনন্দ! আৰাম চকীখনত বহি হিয়াভৰা আবেগেৰে তেওঁ কিতাপখন পঢ়িবলৈ ধৰিলে। পঢ়ি থকাৰ মাজতে হঠাৎ এবাৰ তেওঁ মূৰ কাতি কৰিলে আৰু সেই মুহূৰ্ত্ততে দেহ তেওঁৰ স্পন্দনহীন হৈ পৰিল। এয়েই তেওঁৰ জীৱনৰ শেষ। কোনেনো জানিছিল যে পুতেকও এদিন তেনেকৈয়ে আগ-বতৰা নিদিয়াকৈ গুচি যাব!

দেশাইৰ সংস্পৰ্শলৈ অহাসকল তেওঁৰ ব্যক্তিত্ব, আচৰণ আৰু সৰলতাত মোহিত নহৈ নোৱাৰিছিল। তেওঁৰ আকৰ্ষণত বিস্তৰ

বিচক্ষণ কৰ্ম্মীয়ে গান্ধী-নীতি অনুসৰণেৰে দেশৰ কামত আত্মনিয়োগ কৰে। তেওঁ য'তে নাথাকক সি গান্ধী-নীতি চৰ্চ্চাৰ কেন্দ্ৰ হৈ পৰিবই। শ্ৰীনিবাস শাস্ত্ৰীয়ে কৈছিল যে মহাদেৱ দেশাইৰ কাষত থাকিলে এক আধ্যাত্মিক পাৰিপাৰ্শ্বিকতাৰ পৰশ অনুভব কৰা যায়। কামত দেশাইৰ আন্তৰিকতা এনে সবল আছিল যে তেওঁৰ কোনো আবেদনকে আইনে সহজতে অগ্ৰাহ্য কৰিব নোৱাৰিছিল। তিলক স্বৰাজ্য ভাণ্ডাৰলৈ প্ৰথমে পাঁচ হেজাৰ মাথোন দিবলৈ স্থিৰ কৰিও ডাঃ এম্-আৰ্ জয়াকৰে মাত্ৰ দেশাইৰ আবেদনত তাক পঁচিশ হেজাৰলৈ তুলিব লগাত পৰে।

দেশাইৰ হিয়াখন আছিল বেথাভৰা। সাহায্য দানৰ সুযোগ পালে তেওঁ তাক নেৰে। দেশাইৰ সম্পৰ্কলৈ অহা প্ৰত্যেকৰে ধাৰণা হয় যে অইনতকৈ তেওঁকেহে দেশায়ে বেছি ভাল পায় আৰু অধিক স্নেহ কৰে। গান্ধীজী যেনেকৈ সকলোৰে 'বাপু' দেশায়ো তেনেকৈ সকলোৰে 'ভাই' আৰু মিত্ৰ। গান্ধীজীৰ অধীনস্থ কৰ্ম্মীবৃন্দৰ মাজত আচল সংযোগ-সূত্ৰ আছিল দেশাই। তেওঁলোকৰ সমস্যা-সন্দেহ, বিপদ-মনোমালিন্য সকলো ক্ষেত্ৰতে দেশাই শেষ অবলম্বন। তেওঁ-লোকৰ পক্ষৰপৰা গান্ধীজীৰ লগত কিবা আলোচনাৰ প্ৰয়োজন হ'লে তাৰো ভাৰ পৰিছিল দেশাইৰ ওপৰতহে। সহানুভূতিশীল আৰু বিচক্ষণ দেশাইৰ কাৰ্য্য-নিৰ্ব্বাহত কেতিয়াও কোনোজনে অসন্তুষ্টিৰ হেতু পোৱা নাছিল।

দেশাই আছিল ধীৰ, স্থিৰ আৰু চিন্তাশীল প্ৰকৃতিৰ। কোনো দিনেই নিজক জাহিৰ কৰা উদ্দেশ্য তেওঁৰ নাছিল। এদিন এক ৰাজহুৱা সভাত সভাপতিয়ে তেওঁক আগলৈ আহি কেই আষাৰমান

কৰবলৈ কোৱাত ৰসিকতাৰে দেশায়ে কৈছিল যে চকীৰ আগত ঠিয় দিয়াতকৈ পিছত ৰবলৈকেহে তেওঁ ভাল পায়। যদিও ৰসিকতাৰ চলেৰেহে তেওঁ এই কথা কয় আচলতে ই তেওঁৰ মনোগত ভাবৰেই প্ৰকাশ। তেওঁ যি কৰিছিল গান্ধীজীৰ পাছত ৰৈয়েই কৰিছিল। সেইবুলি গান্ধীজীৰ তেওঁ প্ৰতিধ্বনি মাথোন নহয়। যুক্তিযুক্ততা আৰু নিৰ্ভূলতা সম্পৰ্কে পতিয়ন নোযোৱাকৈ কেৱল গান্ধীজীৰ মনোৰঞ্জনৰ বাবেই তেওঁ কাম কৰা নাছিল। তোষামোদকাৰী হোৱা হ'লে গান্ধীজীৰ ওচৰত তেওঁ ঠায়েই নাপালেহেঁতেন।

দেশাই আধ্যাত্মিক ভাবাপন্ন হ'লেও কৰ্ম্ম আচৰণৰ পৰিপন্থী বা কৰ্ম্ম-বিমুখ নাছিল। দেহীৰ যে কৰ্ম্ম আচৰণৰপৰা অব্যাহতি নাই সেই বিষয়ে তেওঁ নিসন্দেহ আছিল। গান্ধীজীৰ শিষ্য আৰু গীতা-বিশ্বাসী দেশায়ে কলুষতাৰ ভয়ত কৰ্ম্ম-ত্যাগৰ বৃথা চেষ্টা কৰাতকৈ ফল ত্যাগেৰেহে কৰ্ম্মৰ কলুষতা দূৰ কৰিবলৈ বিচাৰিছিল। অনাসক্ত দেশায়ে কাম কৰিছিল মানবীয় কৰ্ত্তব্য পালন কৰিবলৈ, যশস্যা বা গৌৰৱ আৰ্জ্জিবলৈ নহয়।

কবীন্দ্ৰ ৰবীন্দ্ৰনাথৰ তলত দিয়া গীতটো দেশাইৰ বৰ প্ৰিয় আছিল আৰু তাক তেওঁ গুজৰাটীলৈকেও অনুবাদ কৰিছিল—

জীৱন যখন শুকায়ে যায়
কৰুণা ধাৰায় এসো।
সকল মাধুৰী লুকায়ে যায়
গীতসুধাৰসে এসো।

কৰ্ম্ম যখন প্ৰবল আকাৰ
গৰজি উঠিয়া ঢাকে চাৰিধাৰ
হৃদয়প্ৰান্তে, হে নীৰব নাথ
শান্ত চৰণে এসো।

আপনাৰে যবে কৰিয়া কৃপণ
কোনে পড়ে থাকে দীনহীন মন
দুৱাৰ খুলিয়া, হে উদাৰ নাথ
ৰাজসমাৰোহে এসো।

বাসনা যখন বিপুল ধুলায়
অন্ধ কৰিয়া অবোধে ভুলায়
ওহে পবিত্ৰ, ওহে অনিদ্ৰ
ৰুদ্ৰ আলোকে এসো।

—এয়েই আছিল মহাদেব দেশাইৰ অন্তৰতম কামনা। অন্তৰৰ ভাব আৰু হিয়াৰ আবেগ কবিতাটিৰ মাজেদি মূৰ্ত্ত হৈ ওলোৱা বাবেই ই তেওঁৰ ইমান প্ৰিয় আছিল।

আৰু এটি গীত গাবলৈ দেশায়ে ভাল পাইছিল ভক্ত তুকাৰামৰ। গীতটোৰ মুকলি অসমীয়া অনুবাদ কৰিলে এনে হয়—

প্ৰকৃত মানৱ সেইজন
লয় যেয়ে সাবটি বুকুত
নিপীড়িত জন।

বাস কৰে তেওঁৰে হিয়াত
পূণ্যস্থিতি নিজে ভগবান ;
দয়া, প্ৰেম, সাধুতাৰে
পৰিপূৰ্ণ সিজনৰ প্ৰাণ ;
তেৱেঁই বুটলি লয়
পৰিত্যক্তজন ;
সেইজনে গৃহৰ ভৃত্যক
আপোন সন্তান জ্ঞানে
কৰে আচৰণ।
বেছি আৰু প্ৰশংসাৰ
নাই প্ৰয়োজন—
বাস কৰে তেওঁৰে হিয়াত
নিজে ভগবান।

সঁচাকৈয়ে দীন-দুখী আৰু লাঞ্ছিত-নিপীড়িতলৈ দেশাইৰ অসীম দৰদ আছিল : অন্তৰ তেওঁৰ দয়া, প্ৰেম আৰু সাধুতাৰে উপচি-পৰা আছিল।

# গান্ধীজীৰ লগত ব্যক্তিগত সম্পৰ্কৰ কিঞ্চিৎ।

মহাদেৱ দেশাই গান্ধীজীৰ কাষ চাপিছিল তেওঁৰ উদাৰ মানৱ-সেৱাৰ আহ্বানত মুগ্ধ হৈ, স্বাৰ্থ অন্বেষণৰ বাবে নহয়। স্বাৰ্থৰ ভেটিত হোৱা মিলন বাহ্যিক, সাময়িক আৰু অপূৰ্ণ; কিন্তু ত্যাগৰ ভেটিত যি মিলন সি আত্মিক, চিৰস্থায়ী আৰু পৰিপূৰ্ণ। স্বাৰ্থ দূৰীকৰণ আৰু আত্মসমৰ্পণেৰে দেশাই গান্ধীজীৰ অন্তৰ পশিবলৈ পাৰগ হয়। তেনেকৈ গান্ধীজীয়েও দেশাইক বিনাদ্বিধায় বুকুত সুমুৱাই লয় আপোন হৃদয়-তন্ত্ৰীৰ সুৰৰ মৃদু গুণগুণনি তেওঁৰ ( দেশাইৰ ) ভিতৰত শুনিবলৈ পাইছে। গান্ধীজী আৰু দেশাইৰ মাজত তেজৰ সম্বন্ধ নহলেও দুজনৰে আচল সম্বন্ধ তাতোকৈ গাঢ়তৰ। দুজনৰে মাজত ভাব দেখিলে সঁচাকৈয়ে মন উৎফুল্ল হৈ উঠে, আনন্দৰ চকু-পানী ওলায়।

সিদিনা ৰাতি গান্ধীজী আৰু দেশাই ৰেলগাড়ীৰে কোনো এঠাইলৈ গৈ আছে। অসহ্য গৰম, গান্ধীজী ঘামি-জামি অস্থিৰ। শুবলৈ চেষ্টা কৰিছে হয়, কিন্তু গৰমৰ উৎপাতত টোপনি আৰু নাহে। দেশায়ে লাহেকৈ বিচনীখন হাতত লৈ বিচিবলৈ ধৰিলে। কিছু বেলিৰ মূৰত গান্ধীজীৰ টোপনি আহিল। বিচি থকাৰ মাজতে ভাগৰুৱা দেশাইৰো চকু জাপ খোৱাৰ উপক্ৰম হল। টোপনি নানিবলৈ সাৱধান হোৱা সত্ত্বেও এবেলি তেওঁৰ হাতৰপৰা বিচনীখন সৰি পৰে আৰু লগে লগে ধৰিব নোৱাৰাকৈয়ে তেওঁৰ টোপনি আহে। গৰম পোৱাত গান্ধীজীৰ টোপনি ভাগিল। উঠি বহি তেওঁ দেশাইৰ অৱস্থা দেখিবলৈ

পালে। মনতে দেহি ঐ বুলিও ক'লে হবলা। বিচনীখন বুটলি লৈ ধীৰে ধীৰে তেওঁ দেশাইক বিচিবলৈ ধৰিলে। যেন চেনেহী মাকেহে ঘুমটিত লাল-কাল সন্তানৰ মুখনি চাই চাই উজাগৰে বিচি আছে! দেশাইৰ টোপনি নভগালৈকে গান্ধীজীয়ে তেনেকৈ বিচিয়েই ৰ'ল।

গান্ধীজীৰ দুই এক কাণ্ডত দেশাই মাজে সময়ে একপ্ৰকাৰ অতীষ্ঠ হৈয়েই উঠিছিল। আগতে কোৱা হৈছে যে দেশাইৰ হাতৰ আখৰ বৰ ধুনীয়া। তেওঁৰ এই হাতৰ আখৰ কেইটি গান্ধীজীৰ বৰ আদৰৰ। কোনো বিজ্ঞ-বৰগৰীয়ালৈ কিবা লিখি পঠিয়াব লগাত পৰিলেই গান্ধীজীয়ে তাক লিখিবলৈ দিয়ে দেশাইক। দেশাইৰ মগুৰ গাজিৰ দৰে হাতৰ আখৰ কেইটি থাকোতে এনেবোৰ কামত তেওঁ সহজতে টাইপ যন্ত্ৰৰ সহায় লব নোখোজে। এতিয়া দেশায়ে এইবোৰ লিখিবলৈ লায়কৰ তুলাপাত ব্যৱহাৰ কৰিব খুজিলেও গান্ধীজীয়ে হাতেকৰা অতি সাধাৰণ তুলাপাতহে ব্যৱহাৰ কৰিবলৈ নিৰ্দ্দেশ দিয়ে। তেওঁ কয় যে মহাদেৱৰ হস্তলিপি যি কোনো ভাইচৰয়লৈকে নিশ্চিন্তে আৰু নিৰ্ভয়ে প্ৰেৰণ কৰিব পৰা যায় লাগে সি যি নমুনাৰ তুলাপাততে লিখা নহওক। সিমানতো গান্ধীজী সন্তুষ্ট নহয়। দেশায়ে নিবৰ কলম ব্যৱহাৰ কৰিলেও তেওঁ খাগৰিৰ কলমহে ব্যৱহাৰ কৰিবলৈ কয়। এনেকি মাজে সময়ে দেশাইৰ হাতৰপৰা নিবৰ কলম আজুৰি লৈ তেওঁ দলিয়ায়ো পেলায়। দেশাইৰ আৰু উপায় নোহোৱা হয়।

গান্ধীজীৰ লগত এনে ভাব আৰু সম্বন্ধৰ মাজতো ভয়ে ভয়ে হে দেশাই চলিব লগাত পৰে। তেওঁ প্ৰায়েই কৈছিল যে গান্ধীজীৰ কাষত থকা আৰু ভূগৰ্ভস্থিত আগ্নেয়গিৰি এটাৰ কাষত থকা একে কথা; কেতিয়া যে সেই আগ্নেয়গিৰি ওলাই

কাক কোনফালে ওফৰাই দিয়ে তাৰ ঠিকনা নাই। দেশাইৰ এই ভয় অমূলকো নাছিল। সত্য-অন্বেষণ আৰু আধ্যাত্মিকতা অনুসৰণৰ বাটেদি উচ্চতাৰ এক মনিব নোৱাৰা শিখৰ বগাবলৈ গান্ধীজী পাৰগ হয়। তথাপি এদিনলৈকে তেওঁ জিৰোৱা নাই, জীৱনৰ পৰিপূৰ্ণতাৰ লক্ষ্যত উপনীত হবলৈ অবিৰাম তেওঁ আগুৱাইয়েই আছিল। সহচৰ-সহকৰ্ম্মীসকলৰো প্ৰত্যেকৰে ভিতৰত আগ বঢ়াৰ প্ৰবল আৰু একান্ত বাঞ্ছা এটি সক্ৰিয় ৰূপত দেখিবলৈ গান্ধীজীয়ে সদায় ইচ্ছা কৰিছিল। সকলোৱে যে সমান উচ্চতা ঢুকি পাব নোৱাৰে তেওঁ নজনা নহয় আৰু তেওঁৰ নিচেই নিকটবৰ্ত্তীসকলৰ বিপদো আছিল সেইখিনিতে। অইনৰ পৰ্ব্বতপ্ৰমাণ স্খলনকো গান্ধীজীয়ে কেতিয়াবা মন নকৰাকৈ ৰয়, কিন্তু অতি আস্থাভাজন জনৰ কিঞ্চিৎ ত্ৰুটীকো তেওঁ কোনোমতে নসহে। বিশ্বাস আৰু আস্থাভাজন আপোন জনৰ ত্ৰুটী দেখিলেই কুসুমতকৈও মৃদু গান্ধীজী বজ্ৰতকৈয়ো কঠোৰ হৈ পৰে। গান্ধীজীৰ এই কঠোৰতাৰ বেদনাদায়ক অভিজ্ঞতাৰ হাত সাৰিবলৈ দেশায়েও পৰা নাই।

বাপুজী আৰু মহাদেৱভাই তেতিয়া বিহাৰৰ ডালং বোলা ঠাইত। এদিন আহৰি উলিয়াই কস্তুৰবা আৰু দুৰ্গাবেন তাৰপৰা পুৰী চাবলৈ যায়। তেওঁলোকৰ লগত দুৰ্গাবেনৰ বাৰ বছৰীয়া পুতেক নাৰায়ণ। পুৰী গৈ পোৱাত সংস্কাৰবশতঃ জগন্নাথৰ মন্দিৰ দৰ্শন কৰিবলৈ তেওঁ-লোকৰ ইচ্ছা হ'ল। তেওঁলোকে মনকে নকৰিলে যে গান্ধীজীৰ উপদেশ মতে হৰিজন সকলৰ প্ৰবেশাধিকাৰ নথকা মন্দিৰত সোমাবলৈ কোন উচ্চ বৰ্ণৰ হিন্দুৱেই অধিকাৰ লোৱা উচিত নহয়। সৰল ভাবলৈয়েই তেওঁলোক মন্দিৰ সোমালগৈ। নাৰায়ণ কিন্তু বাহিৰতে

ৰ'ল আৰু কাষত পোৱা তুই এক পাণ্ডাৰ লগত মন্দিৰৰ তুৱাৰ হৰিজনলৈ মুকলি কৰি দিয়া সম্পৰ্কে কথা পাতিবলৈ ধৰিলে।

মন্দিৰৰপৰা ওলাই আহি কস্তুৰবা আৰু তুৰ্গাবেনে নাৰায়ণৰ কাণ্ডত বৰ আমোদ পায়। এতিয়াৰেপৰা তাৰ গান্ধী-নীতি উপলব্ধিৰ ইহেন ক্ষমতা আৰু পৰিপালনৰ এনুৱা হেপাহ দেখিবলৈ পাই তেওঁ-লোকে গৌৰৱো অনুভব কৰে। তিনিও থকা ঠাইলৈ উভটি আহিল। মন্দিৰ দৰ্শনৰ এই ঘটনাটি প্ৰকাশ হৈ পৰিলত সকলোৱে নাৰায়ণক নানা প্ৰকাৰে মৰম যাচিবলৈ ধৰিলে। ঘটনাৰ বিৱৰণ গান্ধীজীৰ কাণলৈকেও গ'ল। ততালিকে তেওঁৰ মূৰ্ত্তি অতিপাত গম্ভীৰ হৈ পৰিল। এই ক্ষুদ্ৰ ঘটনাটিৰ মাজত কিবা এক ব্যৰ্থতাৰ চিন হে যেন তেওঁ দেখিবলৈ পালে। হলেও তেওঁ মনে মনে ৰ'ল; কাষলৈ মাতি আনি নাৰায়ণকো এবাৰ কথা নকলে। অইনবোৰে ভাবিলে যে গান্ধীজীয়ে হয়তো ঘটনালৈ মনকে কৰা নাই।

অলপ পৰৰ মূৰত কস্তুৰবাক মাতিলৈ গান্ধীজীয়ে মন্দিৰ সোমোৱাৰ কথা উলিয়ালে। কস্তুৰবাই সকলো কথা ভাঙি কোৱাত তিক্ততাৰে গান্ধীজীয়ে কবলৈ ধৰিলে, "তোমাক দোষ দিবলৈ মোৰ একো নাই, দোষ মোৰ নিজৰে। সময়ত যদি তোমাৰ শিক্ষা-দীক্ষাৰ ব্যৱস্থা কৰিলোঁ৷ হয় এনে হবলৈ নাপায়। এই বুঢ়া বয়সত তোমাৰ আৰু শিকিবৰ দিন নাই; কষ্ট মই পাবই লাগিব।" গান্ধীজীৰ বাক্য-বাণৰ তীব্ৰ যন্ত্ৰণা লৈ চকু মোহাৰি মোহাৰি কস্তুৰবাই ক্ষমা মাগিবলৈ ধৰিলে।

তুৰ্গাবেনৰ ভয় লাগিল তেওঁ এতিয়া গান্ধীজীৰ আগলৈ যায় কেনেকৈ। গান্ধীজীয়ে কিন্তু তুৰ্গাবেনক নামাতি মাতিলে মহাদেৱ

দেশাইক। কঠোৰ ভাবে তেওঁ দেশাইক ক'লে, "কস্তুৰবাৰ যেন শিকিবৰ কাল নাথাকিলেই, কিন্তু দুৰ্গাৰতো আছে। বাৰ বছৰীয়া নাৰায়ণক যি শিক্ষা নিদিলেও চলে তাকো দিব পাৰিছা, অথচ যুৱতী দুৰ্গাক শিক্ষা দিয়াত আওহেলা। নিজৰ ঘৰখনলৈকেই যদি অস্পৃশ্যতা বৰ্জ্জন আৰু হৰিজন উন্নয়নৰ বাতৰি আজি পৰিমিত বৈ নিব পৰা নাই, তেন্তে সেইবোৰ বিষয় লৈ প্ৰবন্ধ-ৰচনা লিখাৰ সাৰ্থকতা ক'ত ?" অপ্ৰস্তুত ভাবে এনে উগ্ৰ বাক্য শুনিব লগা হোৱাত দেশাই এক কেনেবা অৱস্থাত পৰে। পক্ষ সমৰ্থন কৰিবলৈ আযাৰদিয়েকহে মাথোন তেওঁ কবলৈ পালে আগতকৈও অধিক কঠোৰ হৈ গান্ধীজীয়ে কৈ উঠিল, "কথা আৰু কামৰ মাজত সামঞ্জস্য ৰক্ষা কৰিবলৈ অপাৰগ-জনৰ মোৰ ওচৰত ঠাই নাই। জানিবা—ই মোৰ অন্তৰৰ কথা। এতিয়াও নিজৰ পথ বাছি লোৱা।"

বিষাদ আৰু ব্যথতাৰ তাৰণাত দেশাই স চাকৈয়ে যাবলৈ ওলাই-ছিল। কিন্তু অঙ্গী আৰু অঙ্গৰ বিচ্ছেদ জানো ইমান সহজ! বাপুজীয়েই বা দেশাইক এৰি দিয়ে কেনেকৈ আৰু দেশাইয়েই বা বাপুজীক এৰি যায় কোন সতে ! শেষ পৰ্যান্ত তৃতীয় পক্ষৰ মধ্যস্থতাত বিচ্ছেদ তেওঁলোকৰ হবলৈ নাপালে আৰু সৌভাগ্যগুণে এক দাৰুণ পৰিস্থিতিৰ সম্ভাবনা আতৰি গ'ল। এই ঘটনাৰ পাছত অতি হতাশ ভাৱ লৈ পাৰ্থিব মহাত্মাৰ কাষত ঠাই পোৱাৰ পৰিণাম সম্পৰ্কে মহাদেৱ দেশায়ে হৰিজনলৈ প্ৰবন্ধ লিখে আৰু গান্ধীজীয়েও আৱশ্যকীয় সাল-সলনিৰে তাক প্ৰকাশ কৰে।

অইন এসময়ত আশ্ৰমৰ বিধি-ব্যৱস্থা আৰু নীতি-নিয়মৰ উগ্ৰ কঠোৰতাৰ প্ৰতিবাদ জনাবলৈ দেশায়ে গান্ধীজীৰ ওচৰত ইস্তফাপত্ৰ

দাখিল কৰিছিল। গান্ধীজীয়ে কিন্তু পঢ়ি চায়েই ইয়াক টুকুৰা-টুকুৰকৈ ফালি পেলায়। তেওঁ কয় যে এই ইস্তফাপত্র দেশাইৰ:অসংলগ্ন চিন্তাৰহে ফল আৰু কাজেই তেওঁ ইয়াক গ্রহণ কৰিব নোৱাৰে। এই ঘটনাৰ কিছুপৰ পিছতে দেখা গ'ল যে বাপুজী আৰু মহাদেৱ ভাই উভয়ে অস্তগামী দিনমণিৰ হিৰণ কিৰণেৰে সেন্দুৰী বোল ধৰা পশ্চিম আকাশৰ মনোৰম দৃশ্য একেলগে উপভোগ কৰিছে। পৰম উৎসাহেৰে সৌন্দৰ্য্যৰ ৰূপ বৰ্ণনাত দেশাই মুখৰ আৰু প্রশংসাপৰায়ণ গান্ধীজী কাণ পাতি শুনি যোৱাত ব্যস্ত। দেশাইৰ বৰ্ণনাত অতৰ্কিত এক ব্যতিক্রম ঘটিলত গান্ধীজীয়ে কৈ উঠিল, "মোৰ নীতি আৰু চিন্তাধাৰাৰো তেন্তে মৃত্যুৰ পিছত এনে ধৰণৰ বিশ্লেষণেই হব নহয়!" দেশাই থমকি ৰ'ল, স্তব্ধ হৈ তেওঁ গান্ধীজীৰ কথা শুনিলে। ক্ষন্তেক পিছতে দেখা গ'ল ভাবপ্রবণ দেশাইৰ দুগালেদি দুধাৰি চুকলো বাগৰি গৈছে। গান্ধীজীৰ এনে আপোচশূন্য মনোভাব লক্ষ্য কৰিয়েই হবলা দেশায়ে কৈছিল যে জীৱনৰ দিন কেইটা গান্ধীজীৰ ওচৰত কটোৱাই তেওঁৰ হাবিয়াস হলেও কেতিয়া কোন পাকত যে তেওঁ গান্ধীজীৰ অযোগ্য প্রমাণিত হৈ পৰে তাৰ নিৰ্ণয় নাই। হলেও এইবোৰ সাধাৰণ খৰিয়াল নহয়; ভাবৰ কলহ, আন্তৰিকতাৰ বিবাদ, পৰম শ্রদ্ধা আৰু গভীৰ স্নেহৰ প্রতিক্রিয়া।

দেশাইক গান্ধীজীৰ বিবেক-ৰক্ষীও বুলিব পৰা যায়। প্রয়োজন মতে গান্ধীজীৰ ধাৰণা,—এনেকি সিদ্ধান্তৰো প্রতিকূলে যুক্তি দৰ্শাবলৈ তেওঁ ভয় নকৰিছিল। গান্ধীজীয়েও বিচাৰিছিল তাকেই। তেওঁৰ সহকৰ্ম্মীসকল যন্ত্রবৎ নহৈ জিজ্ঞাসু হোৱাকেহে তেওঁ সততে বাঞ্ছা কৰিছিল। নিজৰ যুক্তি পৰামৰ্শেৰে এবাৰ আমৰণ অনশনৰ সঙ্কল্পৰ-

পৰা গান্ধীজীক বিৰত কৰিবলৈকেও দেশাই পাৰগ হয়। গান্ধীজীৰ জীৱনত সঙ্কল্প ত্যাগৰ এনে দৃষ্টান্ত আৰু নোলাব।

মহাদেৱ দেশাইক জেমচ্ বচোৱেলৰ লগত তুলনা কৰা হয়। বচোৱেলে লৰ্ড চেমুৱেল জনচনৰ বিস্তৃত জীৱন-বৃত্তান্ত লিখি যোৱাৰ দৰে দেশায়েও গান্ধীজীৰ দৈনন্দিন জীৱনৰ সমস্ত ঘটনাৰে বিবৰণ মৃত্যুৰ আগদিনালৈকে লিপিবদ্ধ কৰিছিল। এইখিনিলৈকেহে দুজনৰে মিল, ইয়াৰ বাহিৰে আৰু এজনৰ লগত আন জনৰ তুলনা খাপ নাখায়। বীৰপূজাৰ ভাব আৰু উৎসাহ লৈ লিখিছিল বচোৱেলে, দেশায়ে কিন্তু লিখিছিল গান্ধীজীৰ কৰ্ম্ম-পদ্ধতি আৰু নীতি-বৈশিষ্ট্য উপলব্ধিৰপৰা। গান্ধীজী এনেয়ে মহান। তেওঁৰ মহত্ব কৰ্ম্মৰ দ্বাৰা আপোনা-আপুনি পৰিস্ফুট হৈ পৰিছিল, তাক প্ৰতিপন্ন কৰিবলৈ প্ৰশংসা বা প্ৰবন্ধ-বক্তৃতাৰ প্ৰয়োজন নাছিল। প্ৰচাৰৰপৰা মানুহ মহামানৱ নহয়, কিন্তু প্ৰকৃত মহামানৱৰ কৰ্ম্মনীতি আৰু বিশেষত্ব প্ৰচাৰৰপৰা অইনৰ মানৱ লক্ষ্যলৈ আগবঢ়াৰ আধ্যাত্মিক অনুপ্ৰেৰণা জন্মিব পাৰে। গান্ধীজী আৰু গান্ধী-নীতি সম্পৰ্কে লিখা দেশাইৰ প্ৰবন্ধ-ৰচনাৰ আঁৰত এনে এটি ভাবৰহে উদগনি বিদ্যমান। গান্ধীজীৰ লগত দেশাইৰ আচল সম্বন্ধ আছিল আধ্যাত্মিক আৰু সেই সম্বন্ধৰ ভেটিতহে তেওঁ গান্ধীজীৰ বিষয়ে কৈছিল বা লিখিছিল, প্ৰশংসামুখৰ হোৱাৰ উদ্দেশ্যে নহয়।

বুদ্ধি-বিচক্ষণ, কৰ্ম্মকুশল আৰু নীতিপৰায়ণ দেশাইৰ ওপৰত গান্ধীজীৰ অতিপাত আস্থা। গান্ধীজীৰ ধাৰণা আছিল যে দেশাই হেন শিষ্য যেতিয়া আছে, মৃত্যুৰ পিছত তেওঁৱেই তেওঁৰ কাৰ্য্যভাৰ লব পাৰিব। দেশায়ে কিন্তু সদায় কামনা কৰিছিল যেন গান্ধীজীৰ সেৱাতে তেওঁৰ মৃত্যু হয়। বিধিৰ বিধান—দেশাইৰ কামনাই শেষত পূৰ হয়,

গান্ধীজীৰ সেৱাত নিযুক্ত বৈয়েই আচাম্বিতে তেওঁ মেলানি মাগে। দেশাইৰ এই মৃত্যুলৈ লক্ষ্য কৰি গান্ধীজীয়ে কৈছিল, "পিতৃ-মাতৃৰ আগতে সন্তানে মৰণ বৰণ কৰিব খোজাটো বৰ নিদাৰুণ কথা। মহাদেৱে বাঞ্ছা কৰিছিল মোৰ বচোৱেল হবলৈ, কিন্তু অদৃষ্টৰ কি পৰিহাস—শেষত মইহে গৈ মহাদেৱৰ জীৱনী লিখিব লগাত পৰিলোঁ।"

কাম কৰিবলৈ দেশাই সততে প্ৰস্তুত আছিল আৰু তেওঁ যিহকে কৰিছিল হাঁহিমুখে আৰু মনপুতি কৰিছিল। গান্ধীজীয়ে কয়, "কামত একাগ্ৰতা আছিল বুলিয়েই একাধাৰে এজন পৈণত লিখক, পাচক আৰু কুলী হবলৈ মহাদেৱ পাৰগ হৈছিল। মোৰ অন্তৰঙ্গসকলৰ সাধাৰণতঃ সেয়েই দশা।" দেশায়ে ধেমালিকৈ মাজে সময়ে নিজৰ জীৱনটোক কুকুৰৰ জীৱন বুলিছিল। এই 'কুকুৰৰ জীৱন' অইনে তেওঁৰ ওপৰত জাপি দিয়া নহয়, স্বেচ্ছায় নিজে আকোৱালি লোৱাহে। তেওঁ লগ লোৱাৰ আগলৈকে গান্ধীজীয়ে নিজৰ ব্যক্তিগত সকলো কাম নিজেই কৰিছিল। পিছত তেওঁৰ প্ৰায় সকলো কামৰে ভাৰ দেশায়ে গ্ৰহণ কৰে। গান্ধীজীক আচল কাম কৰিবলৈ অধিক সময় আৰু সুযোগ দিয়াই আছিল দেশাইৰ উদ্দেশ্য। তদুপৰিও উপযুক্ত শিষ্যই মনোমত গুৰুক এনে বিধ কামৰপৰা অব্যাহতি নিদিয়াকৈ নোৱাৰে। গান্ধীজীয়ে কোনো দিনে তেওঁৰ ব্যক্তিগত কাম কৰিবলৈ দেশাইক ইঙ্গিত দিয়া নাই, স্বপ্ৰণোদিত হৈয়েই দেশায়ে সেইবোৰ কৰি যায়।

মহাদেৱ দেশাইৰ মৃত্যুৰ পিছত প্যাৰিলাল নায়াৰে গান্ধীজীৰ কাষত তেওঁৰ খালী ঠাই পূৰাব লগাত পৰে। প্যাৰিলাল আগাখাঁ ভৱনলৈ নহালৈকে তেওঁৰ ভনীয়েক ডাঃ সুশীলা নায়াৰে প্ৰায় এমাহ কাল

গান্ধীজীৰ সকলো কাম চলায়। এই কাল ছোৱাত স্বভাবতে তেওঁ যথেষ্ট পৰিশ্ৰম কৰিব লগাত পৰিছিল। এদিন কোনোবাই সুশীলা নায়াৰৰ অত্যধিক খাটনিৰ কথা গান্ধীজীৰ কাণত পেলালেগৈ। তাকে শুনি গান্ধীজীয়ে নায়াৰক মাতি আনি ক'লে "সুশীলা, মোৰ বাবে তুমি এনেকৈ খাটিছা কিয়? মইতো মোৰ কোনো কামকে তোমাক কৰিবলৈ কোৱা নাই! নিজৰ কাম নিজে কৰিবলৈ মই বেয়া নাপাওঁ নহয়!"

নায়াৰে তেতিয়ালৈকে জানিবপৰা নাছিল যে এই কথাও কোনোবাই গান্ধীজীৰ আগত উলিয়াইছে। আনন্দ মনেৰেই তেওঁ সকলো কাম কৰিছিল। তেওঁৰ বেয়া লাগিল যদিহে গান্ধীজীয়ে তেওঁৰ পৰাই আপত্তি উঠা বুলি ধৰি লয়। তেওঁ ক'লে "বাপু, এনেবোৰ কথালৈ আপুনি কাণ নকৰিব। সকলো কামকে মই হেলাৰঙে আৰু স্বচ্ছন্দে কৰিব পাৰিছো। এই সুযোগৰপৰা বঞ্চিত হব লগা একো কৰা নাই বুলিয়েই মোৰ বিশ্বাস।" গান্ধীজীয়ে ক'লে, "যদি সেয়ে হয় তেন্তে কথা নাই। মই আৰু এই বিষয়ে চিন্তা নকৰোঁ।"

অলপপৰ তলকা মাৰি গান্ধীজীয়ে আকৌ কবলৈ ধৰিলে, "মহাদেৱে যি কৰিছিল তাৰ তুলনাত কৰিছাই বা কি! যেতিয়া চৰীয়া খদ্দৰৰ পাগুৰি মাৰিছিলোঁ, চুৰিয়া আৰু দীঘল চোলা পিন্ধিছিলোঁ তেতিয়াও মহাদেৱে সেইবোৰ নিজে ধুইছিল। তুমি আজি মোৰ যি কাপোৰ ধোৱা সি তাৰ তুলনাত ল'ৰা ধেমালিহে। তদুপৰিও কত কামেই যে মহাদেৱে কৰিছিল! মোলৈ ৰন্ধা-বঢ়া কৰিছিল, মোৰহৈ মানুহৰ লগত দেখা-সাক্ষাত কৰিছিল, আলী সোধ-পোচ কৰিছিল, চিঠি-পত্ৰৰ জবাব দিছিল, পত্ৰিকালৈ প্ৰবন্ধ লিখিছিল, আৰু কত কি!"

কৈ কৈ নীৰৱ হৈ পৰে গান্ধীজী। নানা কথাই তেওঁৰ স্মৃতি-পটত উদয় হয়।

গান্ধীজীৰ লগত দেশাইৰ সম্পৰ্ক আছিল সম্পূৰ্ণ স্বাৰ্থবোহিত। গান্ধীজীৰ কাষ চাপিলে বা সঙ্গ ল'লে মান প্ৰতিপত্তি বাঢ়িব, যশস্যা-গৌৰৱ বিয়পিব, মহৎ ব্যক্তিৰ গাত আউজি বৰ লোক বোলাব পাৰিব —এনে মনোবৃত্তি কোনেও দেশাইৰ গাত আৰোপ কৰিব নোৱাৰে। তেওঁ যথাৰ্থতে আছিল দেশ-প্ৰেমিক আৰু বিশ্বৰ কল্যানকামী। জনগণৰ সেৱা কৰিবলৈকেহে তেওঁ গান্ধীজীৰ সেৱাত মন ঢালি দিছিল। গান্ধীজীয়ে দেশৰ আৰু বিশ্বৰ সেৱা কৰিব আৰু তেওঁ গান্ধীজীৰ সেৱা কৰিব—এয়েই আছিল দেশাইৰ মনোগত ভাবৰ স্বৰূপ।

তেওঁৰ যি আছিল—ধৈৰ্য্য সাহস, বল-বুদ্ধি, শক্তি-সামৰ্থ্য, গুণ-প্ৰতিভা—সকলোখিনিকে দেশায়ে অৰ্পণ কৰি দিছিল গান্ধীজীত আৰু গান্ধীজীৰ সেৱাত। তেনেই তেওঁ লুকাই পৰিছিল গান্ধীজীৰ আঁৰত। দেশাইৰ নিজকে বিলাই দিব পৰা ক্ষমতা সঁচাকৈয়ে অদ্ভুত আছিল। গান্ধীজীয়ে নিজেই কয় যে তেওঁৰপৰা পৃথক ব্যক্তিত্বকে দেশায়ে ৰাখিব খোজা নাছিল। মহাসমুদ্ৰ নোপোৱালৈকেহে নদীৰ স্বকীয়া অস্তিত্ব; মহাসমুদ্ৰত মিলিলে নদী আৰু নদী হৈ নৰয়, সি মহাসমুদ্ৰৰে ৰূপ পায়গৈ। দেশাই সম্পৰ্কেও সেই একেই কথা। গান্ধীজীয়ে দেশাইক তেওঁৰ পুত্ৰ বা শিষ্য বুলিয়েই সন্তুষ্ট হব পৰা নাই; শেষত তেওঁ দেশাইক হিন্দু-পত্নী আখ্যাও দিব লগাত পৰিছে। দেশাই যে গান্ধীজীৰ কি নাছিল!

---

# শেষ-যাত্ৰা।

১৯৪২ চনৰ আগষ্ট আন্দোলনৰ দুই তিনি মাহ পূৰ্ব্বৰেপৰা মহাদেৱ দেশাইৰ চিৰপ্ৰফুল্ল মুখনিত উদ্বিগ্নতাৰ চিন দেখিবলৈ পোৱা যায়। গান্ধীজীৰপৰা পোৱা অনশনৰ পূৰ্ব্বাভাষেই আছিল তেওঁৰ এই উদ্বিগ্নতাৰ হেতু। যাৰ ওপৰত দেশৰ ভবিষ্যত নিহিত, যাৰ বাবে নিজৰ জীৱন, তেনেজনৰ এনে বিধ ইঙ্গিতত গভীৰ উৎকণ্ঠা অনুভৱ কৰাটো দেশাইৰ দৰে গান্ধীজীৰ অতি আপোন আৰু কেউফালৰে বুজ পোৱা জনৰ পক্ষে সম্পূৰ্ণ স্বাভাবিক। গান্ধীজীয়ে শেষ পৰ্য্যন্ত যাতে অনশনৰ সঙ্কল্প নলয় আৰু লব লগাত নপৰে তাৰ বাবে দেশায়ে কোনো চেষ্টাৰে ঘাটি কৰা নাছিল। এই সম্পৰ্কে কেৱল মৌখিক আলোচনা কৰিয়েই ক্ষান্ত নহৈ নিজৰ যুক্তিৰে সৈতে লিখিত অনুৰোধো তেওঁ গান্ধীজীৰ ওচৰত দাখিল কৰিছিল। কিন্তু গান্ধীজীয়ে অন্তৰাত্মাৰ নিৰ্দ্দেশৰ ওপৰত সকলো নিৰ্ভৰ কৰিছে বুলি জানিবলৈ দিয়াত তেওঁ আৰু বেছিকৈ একো কব নোৱাৰাত পৰে।

এদিন বন্ধু আৰু সহকৰ্ম্মী প্যাৰিলাল নায়াৰক লগত লৈ দেশাই ফুৰিবলৈ যায়। এক নিভৃত ঠাইত তেওঁ গান্ধীজীয়ে আভাষ দিয়া অনশন সম্পৰ্কে কথা উলিয়ায় আৰু আগন্তুক পৰিস্থিতিৰপৰা কেনেকৈ হাত সাৰিব পৰা যায় সেই বিষয়ে প্যাৰিলালৰ লগত আলোচনা কৰিবলৈ ধৰে। অন্তৰৰ সকলো উদ্বিগ্নতাকে তেওঁ বন্ধুৰ আগত প্ৰকাশ কৰিছিল আৰু উপস্থিত ক্ষেত্ৰত কৰ্ত্তব্য সম্পৰ্কে

তেওঁৰপৰা পৰামৰ্শ বিচাৰিছিল। কিছু বেলিৰ মূৰত সেই একেটি বিষয়লৈয়েই কথা আউটি তেওঁলোক উভটি আহি থকাৰ মাজতে হঠাৎ দেশাইৰ মূৰ ঘূৰণি ধৰে আৰু আলিৰ দাঁতিতে তেওঁ বহিপৰে। কি হ'ল বুলি প্যাৰিলাল কাষ চাপি আহিলত দেশায়ে ক'লে, "কব নোৱাৰোঁ কিয়,—মনটো যেন হঠাতে এক বিৰাট শূন্যতাৰে ভৰি পৰিল।" মূৰ ঘূৰণি এৰাত বন্ধুৰে সৈতে তেওঁ ঘৰলৈ আহে। ঘৰ আহি পোৱাত দেখা গ'ল যে দেশাইৰ ৰক্তৰ ছাপ তেনেই নিম্নগামী আৰু নাড়ীৰ গতি অতি তীব্ৰ আৰু ক্ষীণ। যি হ'ক তেওঁৰ বাহ্যিক অৱস্থা অধিক বেয়ালৈ আৰু ঢাল নললে। কিন্তু আচল অৱস্থাৰো হলে বিশেষ ভাললৈ পৰিবৰ্ত্তন হোৱা দেখা নগল। তথাপি নিজৰ কৰ্ত্তব্য পৰিপালণত এদিনলৈকেও তেওঁ শিথিলতা প্ৰকাশ কৰা নাই. মূৰ আৰু শৰীৰৰ এনে অৱস্থা লৈয়েই বিনা ওজৰে যাবতীয় কামকে তেওঁ নিখুটভাবে সম্পাদন কৰি গৈছে।

হেন সময়তে গান্ধীজীয়ে জন্মভূমিৰ চৰম মুক্তি আন্দোলনৰ কথা তোলে আৰু কয় যে তেওঁ পৰিকল্পিত এই আন্দোলন আৰম্ভ হবলৈ হ'লে তাৰ সৈন্য-সেনাপতিসকলৰ সঙ্কল্প হব লাগিব 'হতো বা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষসে মহীম্' নাইবা 'কৰেঙ্গে ইয়া মৰেঙ্গে।' দেশায়ে ততালিকে বুজি পালে যে আহিব ধৰা ভাৰত-এৰা আন্দোলনত 'মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন' সঙ্কল্প লৈ সকলোয়ে জপিয়াই পৰিব লাগিব আৰু তাৰবাবে কেৱল নৈতিক-মানসিক প্ৰস্তুতিৰেই নহয় কায়িক প্ৰস্তুতিৰো হব নিতান্ত প্ৰয়োজন। গান্ধীজীয়ে কৈছিল যে কাৰাগাৰলৈ গৈ শাৰীৰিক অসুস্থতাৰ প্ৰমাণ দিবলগীয়া হোৱাটো সত্যাগ্ৰহী দেশ-সেৱকৰ পক্ষে

বৰ লাজৰ কথা। তাকে স্থঁৱৰিয়েই শাৰীৰিক সুস্থতা লাভৰ বাবে বোম্বেলৈ গৈ তেওঁ চিকিৎসাধীন হয়।

তেতিয়াও দেশাইৰ বুকুৰ বিশদ পৰীক্ষা বাকী। সি হবলৈ নৌপাওঁতেই এদিন চৰ্দ্দাৰ বল্লভভাই পেটেলে তেওঁক জনায় যে ওৱৰ্কিং কমিটীৰ বৈঠকত যোগ দিবলৈকে তেওঁ পিছদিনা ওৱাৰ্দ্ধালৈ যাত্ৰা কৰিব। চৰ্দ্দাৰে তেওঁক ইয়াকো জানিবলৈ দিয়ে যে সুবিধা হ'লে তেওঁৰ লগত কেতবোৰ প্ৰয়োজনীয় বিষয় লৈ বাটতে তেওঁ বিশেষ আলোচনা কৰিব খোজে। নিজৰ অসুস্থতাৰ কথা দেশায়ে পাহৰি গ'ল। সেই সম্পৰ্কে কোনো কথাকে তেওঁ পেটেলক জানিবলৈ নিদিলে। পিছদিনাই তেওঁ বল্লভভাইৰ লগত ওৱৰ্দ্ধালৈ গুচি গ'ল। বুকুৰ পৰীক্ষা আৰু তেওঁৰ হবলৈ নাপালে।

৫ আগষ্ট তাৰিখে কংগ্ৰেছ কমিটী উপলক্ষে গান্ধীজী বোম্বেলৈ ৰাওনা হয়। তাৰ আগে আগে যথাশক্তি প্ৰয়োগেৰে দেশায়ে অৱশিষ্ট সকলো কাম শেষ কৰে আৰু যাবতীয় কাগজ-পত্ৰ নিৰাপদ ঠাইলৈ পঠিয়াই দিয়ে যেন আগন্তুক আন্দোলনৰ অৱশ্যম্ভাবী প্ৰতিক্ৰিয়াৰ ফলৰপৰা সেইবোৰ ৰক্ষা পৰে। পুতেক নাৰায়ণক লগত লৈ গান্ধীজীৰে সৈতে দেশাই বোম্বেলৈ যায়। আগন্তুক আন্দোলনত সক্ৰিয় অংশ লবলৈ পুতেককো তেওঁ সুযোগ দিব বিচাৰিছিল। বাস্তব অভিজ্ঞতা আৰু বিশ্ব-অধ্যয়নৰপৰা পুতেকে শিক্ষা লাভ কৰাকেই তেওঁ বাঞ্ছা কৰিছিল আৰু সেইবাবেই স্বৰ্গীয় ভুলাভাই দেশাই হেন লোকৰো উপদেশৰ প্ৰতিকূলে পুতেকে বিশ্ববিদ্যালয়ৰ সীমা-ৰেখাৰ মাজত আৱদ্ধ হবলৈ অসন্মত হোৱাত তেওঁ একোকে মতা নাছিল। বোম্বেলৈ যোৱাৰ আগদিনা সেৱাগ্ৰামৰ তালিমি সঙ্ঘৰ বুনিয়াদী শিক্ষক-কেন্দ্ৰত

গান্ধীজীয়ে এক বক্তৃতা দিয়ে। সেই সভাত দেশাইৰ পুতেক নাৰায়ণো উপস্থিত আছিল। গান্ধীজীৰ এই বক্তৃতাৰ স্বচ্ছন্দ বৰ্ণনা এটি হিন্দী ভাষাত প্ৰস্তুত কৰিবলৈ দেশায়ে পুতেকক ভাৰ দিয়ে। বোম্বেলৈ গৈ থকাৰ মাজত ৰেলগাড়ীতে নাৰায়ণে এই কাম শেষ কৰে। প্ৰবন্ধটী পঢ়ি দেশায়ে বৰ আনন্দ পায়; পুতেকে লিখি উলিওৱা বুলি নহয়, কোমল বয়সীয়া লিখকৰ অনুধাবণ-ক্ষমতা আৰু প্ৰকাশ-পদ্ধতিতহে। এনেকৈয়ে অভিজ্ঞতাৰ স্বাভাবিক বিদ্যালয়ত পুতেকৰ তেওঁ শিক্ষাৰ ব্যৱস্থা কৰিছিল। ৮ আগষ্ট তাৰিখে বহা সৰ্ব্ব ভাৰতীয় কংগ্ৰেছ কমিটীৰ বৈঠকত দিয়া বক্তৃতা প্ৰসঙ্গত গান্ধজীয়ে কয় যে 'ভাৰত-এৰা' আন্দোলনত কোনেও কাৰো নিৰ্দ্দেশলৈ অপেক্ষা নকৰি নিজেই নিজৰ পৰিচালক হব পাৰিব। এই বক্তৃতাৰ কথাকে উনুকিয়াই সিদিনা নিশা পুতেক নাৰায়ণে মুখৰ হাঁহিৰে দেশাইক কয় যে তেওঁ আৰু আন্দোলনৰ ক্ষেত্ৰত পিতাকৰ মতামতলৈ অপেক্ষা নকৰে, তেওঁ সম্পূৰ্ণ স্বাধীন। পুতেকৰ এই কথাত দেশাইৰ অন্তৰ আনন্দেৰে ভৰি পৰে। তেওঁ পুতেকক কয়, "ময়ো তোমাৰ স্বাধীনতাত হকা-বধা কৰিব নোখোজোঁ, সোণাই।" পিতা-পুত্ৰৰ কোনো জনেই সিদিনা বুজিব পৰা নাছিল যে সপ্তাহ কাল যাওতে নৌযাওতেই পিতাকে পুতেকক চিৰস্বাধীন কৈ এৰি যাব।

৭ আগষ্ট তাৰিখে গান্ধীজীয়ে এটি গুৰুত্বপূৰ্ণ বক্তৃতা দিয়ে। তেনেকৈ ৮ আগষ্টৰ দিনাও অইন এক বিশ্লেষণমূলক আৰু ভাবপূৰ্ণ বক্তৃতাৰে কংগ্ৰেছ কমিটীৰ সভ্যসকলৰ আগত তেওঁ অৱস্থাৰ প্ৰকৃত স্বৰূপ উদ্ঘাটনকৈ দেখুৱায় আৰু লগতে দেশবাসীৰ কৰ্ত্তব্য সম্পৰ্কেও তাত আলোচনা কৰে। গান্ধীজী আৰু অন্যান্য নেতাসকলৰ ওপৰত

চৰকাৰৰ বোষ সম্পৰ্কীয় বিবিধ গুজবৰ মাজত দেশাইৰ ধাৰণা হয় যে গান্ধীজীৰ উক্ত দুই বক্তৃতাৰ নিৰ্ভুল প্ৰকাশৰ ওপৰতে হয়তো ভবিষ্যত ভালেখিনি নিৰ্ভৰ কৰিছে। ৮ আগষ্টৰ কংগ্ৰেছ কমিটীৰ বৈঠক চলি থকাৰ মাজতে দেশায়ে প্যাৰিলালক ৭ তাৰিখৰ বক্তৃতাটো ততালিকে ভালদৰে লিখি উলিয়াবলৈ কয়। ৮ তাৰিখৰ বক্তৃতাটো বৈঠকৰ পিছতে নিজে লিখি উলিয়াবলৈ চেষ্টা কৰিব বুলিও তেওঁ নায়াৰক জানিবলৈ দিয়ে। নিশা এঘাৰমান বজাত প্যাৰিলাল দেশাইৰ ওচৰলৈ গৈ দেখিবলৈ পায় যে তেতিয়াও তেওঁ মুহূৰ্ত্তকাল আহৰি পোৱা নাই, ইজনৰ পাছত সিজন আৰু ইদলৰ পাছত সিদল কৈ লোক নানা সম্বিধান বিচাৰি তেওঁৰ কাষলৈ আহিয়েই আছে।

৯ তাৰিখে গ্ৰেপ্তাৰ হৈ যোৱাৰ আগতে গান্ধীজীৰ ৭ তাৰিখৰ বক্তৃতাৰ বিবৰণ লিখি উলিওৱা সম্পৰ্কে প্যাৰিলালক সুধিবলৈ দেশায়ে পাহৰা নাছিল। প্যাৰিলালে দেশাইক জনায় যে তেতিয়ালৈকে প্ৰায় আধাখিনিহে মাথোন তেওঁৰ শেষ হৈছে। তাকে শুনি দেশায়ে কয় যে তেওঁ হলে ৮ তাৰিখৰ বক্তৃতাত হাতকে দিব পৰা নাই। লগতে তেওঁ ইয়াকো জনায় যে টোপনি খটিকৈ শেষ নিশা দুই বজালৈকে টেলিফোনত নানা ফালৰ নানা জনেৰে তেওঁ আলোচনাত ব্যস্তহৈ থাকিব লগাত পৰে। লগে লগে গান্ধীজীৰ ৮ তাৰিখৰ বক্তৃতাৰ টোকা লোৱা বহীখন প্যাৰিলালৰ হাতত গুজি দি গ্ৰেপ্তাৰ কৰিবলৈ অহা পুলিচ কমিছনাৰক লগ ধৰিবলৈ দেশাই ওলাই যায়। মৃত্যুৰ পূৰ্ব্বে আগাখাঁ ভবনত আবদ্ধ হৈ থকা দিন কেইটিৰ ভিতৰতে নিজৰ স্মৰণশক্তিৰপৰা তেওঁ গান্ধীজীৰ ৭ আৰু ৮ তাৰিখৰ বক্তৃতা দুটা অতি মনোৰম আৰু হৃদয়গ্ৰাহীকৈ লিখি

উলিয়ায়। বোম্বেলৈ অহাৰ আগদিনা সেৱাশ্ৰম তালিমি সঙ্ঘত দিয়া গান্ধীজীৰ বক্তৃতাটোও তেওঁ লিখি এৰি যোৱা পোৱা হয়।

বিভিন্ন মহলৰপৰা দেশাইৰ ওচৰলৈ বাতৰি আহে যে গান্ধীজী আৰু অন্যান্য নেতাসকলৰ আশু গ্ৰেপ্তাৰ অৱশ্যম্ভাৱী। তেওঁ ইয়াকো শুনিবলৈ পায় যে ৰাজনৈতিক বন্দী আটককৈ ৰাখিবলৈ চৰকাৰ পক্ষৰপৰা আগাখাঁ ভবনৰ কেউফালে লোৰ কাইটীয়া তাঁৰৰ ব্যৱস্থা কৰা হৈছে। দেশাইৰ আশঙ্কা হয় যে ৮ তাৰিখ নিশাৰ ভিতৰতে সকলোবোৰ আটক হৈ পৰিব, যদিও সেই আশঙ্কা তেওঁৰ কাৰ্য্যত নফলিয়ালে। ৯ তাৰিখে প্ৰাতঃপ্ৰাৰ্থনাৰ পিছত দেশায়ে গান্ধীজীক জনায় যে সিদিনাই ৰাতি আটাইবোৰ গ্ৰেপ্তাৰ হব বুলি সকলোৱে কোৱা মেলা কৰিছে। উত্তৰত গান্ধীজীয়ে কয় যে যোৱা নিশাৰ বক্তৃতাৰ পিছত কৰ্ত্তৃপক্ষই কেতিয়াও তেওঁক গ্ৰেপ্তাৰ নকৰে। গান্ধীজীৰ কথা শুনি দেশাই মনে মনে ৰ'ল হয়, কিন্তু মনে তেওঁৰ নামানিলে। অলপ পিছতেই শুনা গ'ল যে গান্ধীজীক গ্ৰেপ্তাৰ কৰিবলৈ পুলিচ কমিছনাৰ আহিছে। সঁচাকৈয়ে গান্ধীজী, মহাদেৱ দেশাই, মীৰাবেন, কস্তুৰবা, সুশীলা নায়াৰ প্ৰভৃতিক পুলিচে গ্ৰেপ্তাৰ কৰিলেহি। ওৱৰ্কিং কমিটীৰ সদস্যসকল আৰু বোম্বে প্ৰাদেশিক কংগ্ৰেছ কমিটীৰ সভ্যসকলক ইতিপূৰ্ব্বেই ধৰি অনা হৈছিল। সকলোবোৰৰে বাটত দেখাদেখি হয়। দেখা গ'ল গান্ধীজীৰ মুখমণ্ডলত দুখ আৰু বেজাৰৰ চিন। গান্ধীজীৰ অনশনৰ সম্ভাৱনা সম্পৰ্কে কথা ওলালত মৌলনা আজাদ আৰু পণ্ডিত জৱহৰলাল নেহেৰুৱে ক'লে যে চৰম ব্যৱস্থা হিচাবেহে গান্ধীজীয়ে অনশন ব্ৰত লোৱা সম্ভব। এই কথা শুনি দেশায়ে যেন তেওঁ অলপ সকাহ পালে।

বন্দীসকলৰ কিছুমানক আগাখাঁ ভৱনলৈ অনা হ'ল। গান্ধীজীৰ লগত আগাখাঁ ভৱনলৈ আহিল মহাদেৱ দেশাই আৰু মীৰাবেন। আগাখাঁ ভৱন পোৱাৰ পিছতেই দেশায়ে গান্ধীজীক মালিচ কৰিবলৈ ধৰিলে। মালিচ কৰি থকাৰ মাজত প্ৰায় দেড় ঘণ্টামান সময় গান্ধীজীয়ে টোপনি মাৰে। সিদিনা দুপৰীয়াও গান্ধীজীৰ টোপনি হয়। তাৰ পিছত গান্ধীজীয়ে ভাইচৰয়লৈ এখনি চিঠিৰ পাণ্ডুলিপি লিখি উলিয়ায়। ৰাতি তেওঁ দেশাইক পাণ্ডুলিপিখন চাবলৈ দিয়ে। ১০ আৰু ১১ তাৰিখে গান্ধীজী আৰু দেশাইৰ মাজত চিঠি সম্পৰ্কে বিশদ আলোচনা চলে আৰু তাৰ কেইবা ঠাইতো আৱশ্যকীয় সাল-সলনি কৰা হয়। প্ৰতিবাৰতে দেশায়ে চিঠিখন নতুনকৈ লিখি উলিয়াব লগাত পৰিছিল।

১১ তাৰিখে কস্তুৰবা আৰু সুশীলা নায়াৰ আগাখাঁ ভৱনলৈ আহে। আৰ্থৰ ৰোড জেলত দুদিন ৰখাৰ পিছত তেওঁলোক উভয়কে আগাখাঁ ভৱনলৈ স্থানান্তৰিত কৰা হয়। তেওঁলোক আগাখাঁ ভৱন আহি পোৱা সময়ত গান্ধীজী আৰু দেশায়ে ভাইচৰয়লৈ লিখা চিঠিখনকে শুধৰাই আছিল। সুশীলা নায়াৰক দেখিয়েই দেশায়ে কৈ উঠে যে চিঠি নকল কৰাত হ'লে সুশীলাই তেওঁক সহায় কৰিব লাগিব। কস্তুৰবা আৰু সুশীলাৰ মুখে বাহিৰৰ নানা ঘটনাৰ বিষয়ে দেশাই আৰু অন্যান্য সকলে শুনিবলৈ পায়। সেইবোৰ কথাকে আলোচনা কৰি বাকী দিনটো তেওঁলোকে কটাই দিয়ে।

১২ তাৰিখে চিঠিৰ নতুন নকল এটি প্ৰস্তুত কৰিবলৈ দেশায়ে সুশীলা নায়াৰৰ ওপৰত ভাৰ দিয়ে। দেশাইৰ কথামতে সুশীলাই চিঠিখন নতুনকৈ লিখি উলিয়ায়। তাৰ পাছদিনা আকৌ কেইটিমান

পৰিবৰ্ত্তনৰ কথা উল্লেখ কৰি দেশায়ে চিঠিখন গান্ধীজীক পুনৰায় পঢ়ি চাবলৈ দিয়ে। মীৰাবেনৰ পৰামৰ্শ অনুযায়ী অধিক স্পষ্টতাৰ বাবে চিঠিখনৰ কেইটামান বাক্য নতুনকৈ লিখি পেলোৱা হয়। পৰিশেষত মহাদেৱ দেশায়ে তেওঁৰ স্বাভাবিক ধুনীয়া হাতৰ আখৰেৰে চিঠিখন লিখি উলিয়ায় আৰু গান্ধীজীয়ে তাৰ তলত নাম চহী কৰে। শিৰোনামা লিখা সময়ত সৰোজিনী নাইডুৱে ৰহস্যকৈ কয়,—চিঠি যাব L. L—লৰ্ড লিনলিথগোলৈ। আগত কেবল H. E. ( His Excellency )—মহামান্য বহুৱালৈই হ'ল। ( তেতিয়া হ'লে সি হৈ পৰিবগৈ HELL—নৰক। ) ১৪ তাৰিখে পোষ্ট কৰিবলৈ চিঠিখন জেল অধ্যক্ষৰ হাতত দিয়া হয়। সিদিনাও ৰাতি দেশায়ে গান্ধীজীৰ মূৰ মালিচ কৰি দিয়ে।

১৫ আগষ্টৰ দিনা ৰাতিপুৱা সচৰাচৰতকৈ সোনকালে দেশায়ে শয্যা ত্যাগ কৰে। গান্ধীজীৰ প্ৰাতঃপাণৰ আৱশ্যকীয় আয়োজন কৰি অঁটাই অইনবোৰৰ বাবেও সিদিনা তেওঁ চাহ আৰু টোষ্ট তৈয়াৰ কৰে। টোষ্ট তেওঁ এনে বঢ়িয়াকৈ তৈয়াৰ কৰিছিল যে কোনেও তাৰবাবে তেওঁক নশলাগি নোৱাৰিলে। এই প্ৰশংসা শুনি ৰহস্যেৰে তেওঁ কৈছিল যে কোনোবা এজনৰ অন্ততঃ খানচামা হোৱাৰ যোগ্যতা যে তেওঁৰ আছে তাৰ পিছত আৰু সেই বিষয়ে তেওঁ নিসন্দেহ আৰু সেয়েই তেওঁৰ পক্ষে যথেষ্ট। দেশাইৰ কথাত সৰোজিনী নাইডুৱেও সেই একেটি সুৰতে প্ৰত্যুত্তৰ কৰিলে যে বাপুৰ পৰিয়ালত মহাদেৱভাই খানচামা, বেহাৰা, চেক্ৰেটৰী আদিৰ কি যে নহয় তাকেহে মাথোন তেওঁ কব নোৱাৰে। দুজনৰে কথাত উপস্থিত সকলোৱে হাঁহিলে।

সিদিনা ৰাতিপুৱাতে দেশায়ে ক্ষৌৰ কৰ্ম্ম কৰে। আগাখাঁ ভৱনৰ প্ৰকাণ্ড আৰ্চী এখনৰ সমুখত বহি তেওঁ ডাঢ়ি চাঁচিছিল। সেই সময়তে সৰোজিনী নাইডু কোঠাটোৰ আগেদি কোনোবা ফালে যায়। দেশাইক আৰ্চীৰ সমুখত তেনেকৈ বহি থকা দেখি তেওঁ মন্তব্য কৰি গ'ল—মহাদেৱ ভাইকনো আজি আকৌ কি সুৱাগে পালে যে হঠাতে নিজৰ চেহেৰালৈ তেওঁ এনুৱা মনোযোগী হৈ পৰিব লগা হ'ল! দেশায়ে মাথোন হাঁহিলে। কোনেনো ধাৰণা কৰিব পাৰিছিল যে আৰ্চীৰ ওপৰত ফলিত হোৱা নিজৰ পাৰ্থিব আকৃতিৰ এয়েই তেওঁৰ শেষ দৰ্শন!

অইন দিনৰদৰে সিদিনাও ৰাতিপুৱা ৭ বজাৰ পিছত আগাখাঁ ভৱনৰ বাগিচাত ফুৰিবলৈ গান্ধীজী ওলাই যায়। অন্যান্য সঙ্গী-সকলৰ লগত দেশায়ো ওলাই গ'ল। সঙ্গীসকলৰ আগত দেশায়ে সিদিনা নানা কথাকে কয়। তেওঁ জানিবলৈ দিয়ে যে আগাখাঁ ভৱনলৈ আহাৰেপৰা যোৱা নিশাৰদৰে এনে গভীৰ টোপনি তেওঁৰ আৰু হোৱা নাই। গভীৰ টোপনিৰ পিছত তেওঁৰ গা-মন বৰ ভাল লগা বুলিও কয়। অন্যান্য আলোচনাৰ মাজত তেওঁ সিদিনা অহিংস নীতি সম্পৰ্কীয় দৃষ্টান্তৰ সংগ্ৰহ এটি প্ৰকাশ কৰাৰ সঙ্কল্পৰ কথাও কয়। তাৰ পিছত হঠাতে তেওঁ আকস্মিক মৃত্যুৰ কথা উলিয়ায় আৰু সেই বিষয়ে ছুই এটি ঘটনাও উল্লেখ কৰে। আচৰিত কথা ইয়াৰ ঘড়ী ফালৰ ভিতৰতে দেশাইৰ যোৱাৰ ডাক পৰে।

জেলসমূহৰ ইন্সপেক্টৰ জেনেৰেল সিদিনা ৰাতিপুৱা আগাখাঁ ভৱনলৈ আহিছিল। তেওঁ আহি বহিছিল নাইডুৰ কোঠাত। তেওঁৰ লগত কথা-বতৰা পাতিবলৈ কস্তুৰবা, মীৰাবেন আৰু মহাদেৱ দেশাই

নাইডুৰ কোঠালৈ আহে। গল্পগুজৱ আৰু হাঁহি-ধেমালিৰে অলপ সময় মাথোন তেওঁলোকে কটাইছে, হঠাতে ৰহস্যমুখৰ দেশায়ে মূৰ-ঘূৰনি ধৰা বুলি ক'লে। দেশাইৰ বিবৰ্ণ মুখলৈ চাই আটাই কেইজন নীৰৱ হৈ পৰিল। ধৰাধৰিকৈ নি তেওঁক বিচনাৰ ওপৰত ৰখা হ'ল। কোনোবা এজনে ডাঃ সুশীলা নায়াৰকো মাতিলেগৈ। সুশীলাই তেতিয়া গান্ধীজীক মালিচ কৰিছিল। তেওঁ ভাবিলে যে ইন্সপেক্টৰ জেনেৰেলৰ লগত সাক্ষাত কৰিবলৈকেই হয়তো আনবোৰে তেওঁক মাতিছে। তেওঁ যাবলৈ ওলাল। এনেতে হুকুৰ-থুকুৰকৈ লৰি আহি খকা-খুন্দা মাতেৰে কস্তুৰবাই তেওঁক জনালে যে মহাদেৱ সংজ্ঞাহীন হৈ পৰিছে আৰু ততালিকে তেওঁ গৈ যথাবিহিত ব্যৱস্থা কৰিব লাগে। সুশীলা লৰ মাৰি ওলাই গ'ল আৰু তৎক্ষণাৎ বিচনাত পৰি থকা দেশাইৰ কাষ পালেগৈ। কিন্তু তালৈ গৈ তেওঁ কি পালে? তেওঁ পালে যে মাৰ্ব্বল এডোখৰৰ দৰে দেশাই বিচনাত পৰি আছে আৰু ৰৈ ৰৈ তেওঁৰ গলৰ পৰা ওলাইছে এটি ঘৰ্ঘৰ শব্দ। পৰীক্ষা কৰি চাই তেওঁ দেখিলে যে দেশাইৰ নাড়ী আৰু বুকুৰ স্পন্দন প্ৰায় বন্ধ। ততালিকে গান্ধীজীক মাতি আনিবলৈ কৈ তেওঁ ইন্সপেক্টৰ জেনেৰেলক কেইটামান দৰৱৰ ব্যৱস্থা কৰিবলৈ অনুৰোধ জনালে! ইন্সপেক্টৰ জেনেৰেলেও সময় নষ্ট নকৰাকৈ পৰাখিনি ব্যৱস্থা কৰিলে। সুশীলাই ওপৰা ওপৰি কৈ ছুটাও বেজী দিয়ে, কিন্তু ফল হ'লে তাৰ একো নহ'ল। হেন সময়তে গান্ধীজী সেইখিনি পাইছিলহি। 'মহাদেৱ মহাদেৱ' কৈ তেওঁ মাতিলে হয়, কিন্তু উত্তৰ আৰু নাপালে। গান্ধীজীয়ে কৈ উঠিল, "এটিবাৰ,—মাত্ৰ এটিবাৰ যদি সি চকু মেলি মোৰ ফালে চায়, মই জানোঁ,—সি কেতিয়াও যাব নোৱাৰে।" কিন্তু

সকলো নিস্ফল ; পুনৰায় নেমেলিবলৈকেই যে দেশায়ে চকু মুজিছিল ! যি অলপ গলৰ ঘৰ্ঘৰনি আছিল সিও ধীৰে ধীৰে নোহোৱা হৈ পৰিল আৰু লগে লগে সকলো শেষ হৈ গ'ল।

অসুখ-বিসুখ হ'লে দেশায়ে সাধাৰণতঃ ডাঃ সুশীলা নায়াৰকেই বিচাৰিছিল। নায়াৰে মাজে সময়ে ধেমালিকৈ তেওঁক কৈছিল, "আপুনি এজন নামজ্বলা লোক আৰু তালৈ চাই আপোনাৰ চিকিৎসাৰ ভাৰো পৰা উচিত অইন নামজ্বলা চিকিৎসকৰ ওপৰত। আচল কথা কবলৈ হ'লে, আপোনাক চিকিৎসা কৰিবলৈ মোৰ ভয়েই লাগে।" ধেমালিকৈ কোৱা এই কথাতে অতিপাত গম্ভীৰ হৈ এদিন দেশায়ে কৈছিল, "সুশীলা, তুমি মোৰ ভনী। তোমাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস। অইনৰ হাতত মৰাতকৈ তোমাৰ হাতত মৰিবলৈকেই মই ভাল পাম।" এই কথাকে উল্লেখ কৰি সুশীলা নায়াৰে দেশাইৰ মৃত্যুৰ পিছত কয় যে তেওঁৰ এই মুখৰ কথাই শেষত ভবিষ্যদ্বাণীৰূপে প্ৰতিফলিত হ'ল।

এতেপৰে কস্তুৰবা গান্ধীয়ে কিংকৰ্ত্তব্যবিমূঢ় হৈ উদ্বিগ্নভাৱে ঘটনাৰ সোঁত নিৰীক্ষণ কৰি আছিল। এইবাৰ তেওঁ সুশীলা নায়াৰৰ কাষ চাপি মহাদেৱৰ অৱস্থা কেনে বুলি সুধিলে। কও নকওকৈ সুশীলা নায়াৰে সকলো শেষ বুলি কবলৈকেহে মাথোন পালে তেওঁ উচুপি উচুপি কান্দিবলৈ ধৰিলে। কস্তুৰবাৰ অৱস্থা দেখি গান্ধীজীয়ে তেওঁক ধৈৰ্য্য ধৰিবলৈ উপদেশ দিয়ে। দেশাইৰ বিয়োগত নিদাৰুণ শোক আৰু গভীৰ মনোবেদনা পায়ো 'দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ' গান্ধীজীয়ে নিজক অলপো কাতৰ হৈ পৰিবলৈ দিয়া নাই। অসীম ধৈৰ্য্যৰে তেওঁ নিজে মৃতদেহ সংকাৰৰ আৱশ্যকীয় ব্যৱস্থা কৰিবলৈ

ধৰে। তেওঁৰ নিৰ্দ্দেশ মতে সকলোৱে মৃতদেহৰ ওচৰত গীতাৰ অষ্টাদশ অধ্যায় আবৃত্তি কৰে আৰু 'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম' গায়। তাৰ পিছত মৃতদেহ গান্ধীজীৰ গা ধোৱা কোঠালৈ নিয়া হয় আৰু থৰক-বৰক হাতেৰে তাত তেওঁ নিজে তাক সুশীতল পানীৰে স্নান কৰায়। সেই সময়ত মৃতদেহটোৰ ওপৰত চকু থাপি নিম্নকণ্ঠে গান্ধীজীয়ে কৈছিল, "মহাদেৱ, এই কাম যে মোৰ নাছিল! তোৰ হাতেৰেহে মোৰ দেহৰ এনে ব্যৱস্থা হব লাগিছিল!" স্নান কৰোৱাৰ পাছত জেলৰ কাপোৰেৰে মৃতদেহটো ঢাকি অলপ আগেয়ে যি কোঠাত দেশাই আৰ্চীৰ সমুখত বহিছিল তালৈকে অনা হয়। গান্ধীজীৰ নিৰ্দ্দেশ মতেই জেলৰ কাপোৰেৰে মৃতদেহ ঢকা হয়। গান্ধীজীয়ে কৈছিল যে যেহেতু মহাদেৱৰ মৃত্যু ঘটিল বন্দী অৱস্থাত তাৰ মৃতদেহৰ সৎকাৰো হোৱা উচিত বন্দী হিচাবে। মৃতদেহৰ কেইফালে কেতবোৰ ফুল মীৰাবেনে মনোগ্ৰাহীকৈ সজাই দিয়ে আৰু গান্ধীজীয়ে কপালত চন্দন লেপন কৰে। তাৰ পিছত একাষে বহি গান্ধীজীয়ে ভগবদ্গীতাৰ-পৰা শ্লোক আবৃত্তি কৰিবলৈ ধৰে। ওচৰত থকা সকলে চাই দেখে যে মৃতদেহৰ গান্ধীজী বহা ফালৰ চকুটো প্ৰায় মেল খাই গৈছে। দেহতত্ত্ববিদসকলে ইয়াৰ যিৰূপেই ব্যাখ্যা নিদিয়ক লাগে কৰলৈ মন যায় যেন মৰণতো শিষ্যই গুৰুৰ ওচৰত শেষ শ্ৰদ্ধাঞ্জলি নিবেদন নকৰাকৈ নোৱাৰিলে।

এতিয়া সমস্যা হ'ল মৃতদেহৰ কাঠ-সংস্কাৰ হয় ক'ত আৰু কেনেকৈ। এই বিষয়ে এতিয়ালৈকে কোনেও একো ভবাকে নাছিল। জেল কৰ্তৃপক্ষৰ ব্যৱস্থা অনুসৰি এখন লৰীত জনদিয়েক পুলিচ আৰু বামুণ ওলালহিয়েই। লৰীৰ ওপৰত খৰি-খেৰো দেখা গ'ল। মৃতদেহটো

লৈ গৈ দাহন কৰাই আছিল তেওঁলোকৰ উদ্দেশ্য। জেল কৰ্তৃপক্ষৰ এই প্ৰস্তাবত গান্ধীজী কিন্তু সন্মত নহল। মৃতদেহটো খোজাত তেওঁ কলে, "মহাদেৱ মোৰ মানত সন্তানতকৈ অধিক। এনে কোনোবা হৃদয়হীন পিতৃ আছে নে যেয়ে প্ৰাণোপম পুত্ৰৰ মৃতদেহ অপৰিচিত লোকৰ হাতত গটাই দি নিশ্চিন্ত হব পাৰে? আপোন হাতেৰে তাৰ মৃতদেহৰ সংকাৰ কৰাই মোৰ বাঞ্ছা। তেও যদি চৰকাৰে নিতান্তই মোক বাহিৰৰ বতাহ লবলৈকে দিব নোৱাৰে শেষ ব্যৱস্থা হিচাবে মৃতদেহ আত্মীয়-স্বজন আৰু বন্ধু-বান্ধৱৰ হাতত এৰি দিবলৈ মই ৰাজী হব পাৰোঁ। ইয়াৰ বাহিৰে অইন কোনো ব্যৱস্থাকে মানি লবলৈ মই অপাৰগ।"

গান্ধীজীৰ স্পষ্ট উক্তিত বিভাগীয় বিষয়াসকল বিমোৰত পৰিল। তেওঁলোকে বাৰুকৈয়ে জানিছিল যে গান্ধীজীয়ে ধৰিলে আৰু নেৰে। অথচ এই ক্ষেত্ৰত তেওঁৰ সন্তুষ্টি বিধানৰ উপায়ো তেওঁলোকে দেখা নাপায়। গান্ধীজীৰ প্ৰস্তাব যিমানেই যুক্তিপূৰ্ণ নহলেও তেওঁলোক যে তাত মান্তি হবলৈ অপাৰগ! তেওঁক যে বাহিৰ ওলাবলৈ দিব নোৱাৰিয়েই তেওঁৰ প্ৰিয় শিষ্যৰ মৃতদেহো বন্ধু-বান্ধৱৰ হাতত অৰ্পণ কৰিবলৈ দিবপৰা নাযায়। পৰাধীন দেশত দেশ-প্ৰেম আৰু মুক্তি-কামনাৰ এয়েই প্ৰতিফল। ফাঁচী হোৱাৰ পিছত খুনী হত্যাকাৰীৰ মৃতদেহো আত্মীয়-স্বজনৰ হাতত গটাই দিয়াত বাধা নাই, কিন্তু যিমানে অহিংস নহলেও দেশপ্ৰেমেৰে অনুপ্ৰাণিত ৰাজনৈতিক বন্দীৰ মৃতদেহ পৰিচিত লোকৰ হাতত তুলি দিলে মৰ্য্যাদাত আঘাত পৰে, জয়ৰ গৌৰৱ নষ্ট হয়! উদ্‌ভ্ৰান্ত চৰকাৰৰ মিথ্যা মৰ্য্যাদা-বোধৰ সমুখত দয়া-মায়া, মানৱতা, এনেকি সাধাৰণ ব্যৱহাৰফেৰাৰো ঠাই নাই।

আগাখাঁ ভৱনত থকা আটাইবোৰ বিষম চিন্তাত পৰিল। গান্ধীজীৰ আদৰ্শ তেওঁলোকে বুজিপায় আৰু সৰ্ব্বান্তঃকৰণে সমৰ্থন কৰে। লগতে তেওঁলোকে ইয়াকো জানে যে এই বিষয়ত চৰকাৰৰ মনোভাব সতকাই নতলাৰে কথা। মৃতদেহ বাহিৰ উলিয়াই নি গান্ধীজীক তাৰ কাঠ-সংস্কাৰ কৰিবলৈ দিলে বা বন্ধু-বান্ধৱৰ ওপৰত মৃতদেহ সংকাৰৰ ভাৰ এৰি দিলে বোম্বেত ততালিকে হুলস্থূল লগাৰ উপৰিও দেশাইৰ মৃত্যুৰ বাতৰি যে দেশময় ৰাষ্ট্ৰ হৈ পৰিব আৰু তাৰ ফলস্বৰূপে চৰকাৰৰ বিৰুদ্ধে বিক্ষোভ আৰু বেছিকৈ বাঢ়িব চৰকাৰে বাৰুকৈয়ে বুজি পায়। তেনেস্থলত এই অচল অৱস্থাৰ কেনেকৈ যে অৱসান ঘটে তালৈকে সকলোৱে ভয়ে ভয়ে বাট চাই ৰ'ল। শেহান্তৰত গান্ধীজীৰ প্ৰস্তাব চৰকাৰে মানি নলবলৈ হ'লে তাৰ পৰিণাম ফল যে কোনখিনি পায় গৈ ভাবিবলৈকেও তেওঁলোকে টান পায়। চৰকাৰৰো কিন্তু চিন্তাৰ অব্যাহতি নাই। চিন্তা তেওঁলোকৰ হবৰে কথা; সাধাৰণ ঘটনাৰ পৰাও যে গান্ধীজীয়ে বিষম সমস্যাৰ সৃষ্টি কৰিব পাৰে তেওঁলোকে নজনা নহয়।

চৰকাৰৰ মনোভাব বুজি গান্ধীজীয়ে নিজৰ ভিতৰতে গমি চাই আকৌ কলৈ, "মই মোৰ সন্তানৰ বিয়োগত ৰাজনৈতিক সুবিধা লবলৈ নিবিচাৰো। চৰকাৰে যদি নিতান্তই পৰিচিত লোকৰ হাততো মৃতদেহ সংকাৰৰ বাবে অৰ্পণ কৰিবলৈ দিব নোৱাৰে বন্দীশালৰ ভিতৰতে মই নিজহাতে তাৰ ব্যৱস্থা কৰিবলৈ প্ৰস্তুত আছোঁ। ইয়াৰ বাহিৰে অইন উপায় আৰু মই দেখা নাই।" গান্ধীজীৰ এই অভিনব প্ৰস্তাবত সকলো আচৰিত হ'ল। তাৰ ফল সম্পৰ্কেও তেওঁলোক সন্দীহান হৈ পৰিল। তথাপ ইন্সপেক্টৰ জেনেৰেলে তেতিয়াই টেলিফোন যোগে

বোম্বে প্ৰাদেশিক চৰকাৰক গান্ধীজীৰ নতুন প্ৰস্তাবৰ বিষয়ে জনালে আৰু কৰ্ত্তব্য সম্পৰ্কে চৰকাৰৰ আদেশ বিচাৰিলে। কিছু পৰৰ মূৰত ভাৰত চৰকাৰৰ পৰামৰ্শ মতে প্ৰাদেশিক চৰকাৰে ইন্সপেক্টৰ জেনেৰেলক জানিবলৈ দিলে যে আগাখাঁ ভৱনৰ চৌহদৰ ভিতৰতে মৃতদেহৰ কাঠ-সংস্কাৰৰ ব্যৱস্থা হোৱাত বাধা নাই। ইন্সপেক্টৰ জেনেৰেলৰ মুখলৈ পানী আহিল আৰু অইনবোৰেও সমস্যাৰ সহজ সমাধানত স্বস্তি বোধ কৰিলে। বন্দীশালাৰ ভিতৰতে যে বন্দীৰ শৱ-দাহনৰ ব্যৱস্থা হব পাৰে তেতিয়ালৈকে কাৰো একো ধাৰণাই নাছিল।

সৰোজিনী নাইডুৱে চৌহদৰ ভিতৰতে এডোখৰ সুবিধাৰ ঠাই বাচি উলিয়ায় আৰু তাত এখন চিতা সজোৱা হয়। তাৰ পিছত সকলোৱে মিলি মৃতদেহটো তালৈকে লৈ আহে। মৃতদেহৰ পিছে পিছে ধীৰ খোজেৰে আগবাঢ়ি আহিছিল প্ৰশান্ত মূৰ্ত্তি মহাত্মা গান্ধী। তেওঁৰ এহাতে লাখুটি আৰু অন্যহাতে জুইৰ পাত্ৰ। এই মৰ্ম্মস্পৰ্শী দৃশ্যত সকলোৱে দুখত মুহ্যমান হৈ পৰে। ব্ৰাহ্মণসকলে শ্লোক আৰু মন্ত্ৰ গাই আনুষ্ঠানিক ক্ৰিয়া-কলাপ শেষ কৰাৰ পিছত গান্ধীজীয়ে নিজহাতে চিতাত জুই জ্বলাই দিয়ে। অলপ আতৰতে মাটিৰ ওপৰত বহি আছিল কস্তুৰবা গান্ধী। কঁপা মাতেৰে তেওঁ নিজকে নিজে কৈছিল, "হায়! ই কি হ'ল। তাতকৈ মই নগলোঁ কিয়! মহাদেৱ, সোণাই মোৰ, য'তে থাক যেন সুখে থাক।" চিতাৰ জুই দাউ দাউ কৈ জ্বলি উঠিল আৰু লগে লগে দেশাইৰ পাৰ্থিব দেহ পুৰি ছাই হৈ গ'ল। সন্ধিয়া পাঁচ বজাৰ পিছত নিতাল-নিস্তব্ধ আগাখাঁ ভৱনলৈ সকলোবোৰ ঘূৰি আহিল।

---

# শেষ কথা।

মহাত্মাজী আৰু মহাদেৱ দেশাইৰ মিলন-ভূমি বুলি কেৱল ৰাজনীতিলৈ আঙুলিয়ালেই আচল সম্ভেদ দিয়া নহয়। আধ্যাত্মিকতাৰ ক্ষেত্ৰতহে তেওঁলোকৰ প্ৰকৃত মিলন। গান্ধীজীয়ে বিচাৰিছিল বিশ্বৰ কল্যাণ। বিশ্বৰ কল্যাণৰ বাবেহে দেশৰ মুক্তি সাধনাৰ ব্ৰত তেওঁ উদ্‌যাপন কৰে। অন্য শক্তিক হেচুকি তল পেলাই তাৰ ঠাইত ভাৰতৰ শক্তি প্ৰতিষ্ঠা আৰু বিস্তাৰ কৰিবলৈ চেষ্টা কৰাৰ অভিযোগ ৰাজ-নৈতিক প্ৰতিপক্ষয়ো তেওঁৰ বিৰুদ্ধে আনিব নোৱাৰে। ন্যায্য প্ৰাপ্য স্থান অধিকাৰেৰে ভাৰতেও বিশ্বৰ হিত সাধনৰ যথাযোগ্য সুযোগ পাব লাগে—এয়েই আছিল তেওঁৰ নিবেদন আৰু দাবী। গান্ধীজীৰ ৰাজনৈতিক মতবাদ সকলো সঙ্কীৰ্ণতাৰেপৰা মুক্ত আৰু আধ্যাত্মিকতা আৰু নৈতিকতাৰ ভেটিত প্ৰতিষ্ঠিত। তেওঁৰ ৰাজনৈতিক মতবাদৰ এই আধ্যাত্মিক ফালটোৰ আকৰ্ষণহে বিশেষকৈ অনুভব কৰিছিল দেশায়ে।

নৈতিকতা আৰু আধ্যাত্মিকতা বিহীন লোক অইন যিয়েই নহওক প্ৰকৃত মানুহ হোৱা টান। তেনেকৈ নৈতিকতা আৰু আধ্যাত্মিকতাৰ প্ৰতি অবিশ্বাসী আৰু আস্থাহীন জাতি সাময়িক ভাবে যিমানেই ওপৰ বগাবলৈ পাৰগ নহওক তাৰ সেই উন্নতি স্থায়ী নহয়। আধ্যাত্মিকতা বিবৰ্জিত মতবাদে ৰোগৰ লক্ষণ সাময়িক ভাবে দমাবলৈ সমৰ্থ হলেও ৰোগ নিৰাময় কৰিব নোৱাৰে। ধৰ্ম্মৰ বাহ্যিক আচাৰ পালন কৰিলেই আধ্যাত্মিকতা আশ্ৰয় কৰা নহয়। বিশ্বৰ জনগণক আপোন আত্মাত

অনুভব কৰাটোহে প্ৰকৃত ঈশ্বৰ প্ৰেম আৰু আধ্যাত্মিকতা। গান্ধীজীয়ে 'গোষ্পদে নভোমণ্ডল'ৰ দৰে জগতৰ সৰ্ব্ব-সাধাৰণক নিজৰ আত্মাত অনুভব কৰিছিল। সেই বাবেই তেওঁৰ কণ্ঠভেদি উত্থিত হয় নিষ্পেষিত জনগণৰ ৰুদ্ধ ডেঁডাউৰি। এই কণ্ঠ-ধ্বনিতেই আকৃষ্ট হয় মহাদেৱ দেশাই।

যি কোনো উপায়ে কেৱল ভাৰতবৰ্ষৰ স্বাধীনতা অৰ্জ্জন কৰাই উদ্দেশ্য হোৱা হলে বা সেই উদ্দেশ্য পৰিপূৰণৰ বাবে ৰাজনৈতিক চালবাজী বা সেইলেখীয়া বাটৰ প্ৰতি আস্থাবান হব পৰা হ'লে ৰাজনৈতিক ক্ষেত্ৰত সত্য আৰু অহিংস নীতিৰ প্ৰবৰ্ত্তক গান্ধীজীৰ ওচৰত নতজানু হবলৈ শক্তিমান দেশাইৰ হয়তো প্ৰয়োজন নহলহেঁতেন। কেবল শেষ লক্ষ্য ভাল হলেই তাত উপনীত হবলৈ অবলম্বন কৰা উপায়ৰ ন্যায্যতা প্ৰতিপন্ন নহয়। লক্ষ্যত উপনীত হবলৈ অনুসৰণ কৰা বাট বা উপায় সততে ন্যায়নীতিৰ ওপৰত প্ৰতিষ্ঠিত হব লাগিব। এই নীতিৰ বাস্তব প্ৰয়োগৰ শিক্ষাকে দেশায়ে গান্ধীজীৰপৰা লাভ কৰে। ৰাজনৈতিক ক্ষেত্ৰত গান্ধীজীৰ শিষ্য আৰু অনুসৰণকাৰী অসংখ্য; কিন্তু তেওঁৰ ৰাজনীতিত ধৰ্ম্মনীতিৰ প্ৰয়োগ আৰু আধ্যাত্মিকতাৰ প্ৰতি তেওঁলোকৰ কেইজন যে প্ৰকৃত আস্থাবান সি সন্দেহৰ কথা। মহাদেৱ দেশাই সম্পৰ্কে কিন্তু তেনে সন্দেহৰ তিল পৰিমাণো ঠাই নাই। গান্ধীজীৰ নীতি বা মতবাদৰ নিষ্ক্ৰিয় উপলব্ধিতেই দেশাই সন্তুষ্ট হোৱা নাই, গান্ধীজীৰ কাষত বৈ ভক্তিভাবে তেওঁ তাৰ বাস্তব প্ৰয়োগো শিকিছে।

দেশাইৰ আছিল আচলতে ভক্তিৰ জীৱন। ভক্তি চৰ্চ্চাৰ সুযোগ লবলৈকেই তেওঁ গান্ধীজীক গুৰুৰূপে বৰণ কৰে। গান্ধীজীয়ে কৈছিল,

"ভক্তি অন্বেষণৰ হাবিয়াস লৈয়েই সি (দেশাই) লৰি আহিছিল মোৰ কাষলৈ। মোৰ ওচৰতো তাৰ এই অন্বেষণৰ সম্পূৰ্ণ ফল নিমিলা বাবেই হবলা জীৱনৰ ভৰ দুপৰতে মোলৈ সি পিঠি দিলে আৰু সেই অন্বেষণৰ চৰম উপলব্ধি বিচাৰি তাৰ সৃষ্টিকৰ্ত্তাৰ বুকুলৈ গুচি গ'ল।"

আগাখাঁ ভৱনত থকা বাকী কাল ছোৱাত প্ৰতিদিনে ৰাতিপুৱা আৰু সন্ধিয়া গান্ধীজী দেশাইৰ সমাধি-স্থললৈ গৈছিল। প্ৰত্যেক ৰাতিপুৱা তেওঁ তাত গীতাৰ দ্বাদশ অধ্যায় পাঠ কৰিছিল। গীতাৰ দ্বাদশ অধ্যায়টো হৈছে ভক্তিযোগৰ অধ্যায়। ই স্বয়ং ভগবানৰ মুখপদ্মৰ-পৰা ওলোৱা ভক্তৰ লক্ষণৰ সফুৰা। গান্ধীজীয়ে কৈছিল, "মহাদেৱৰ গোটেই জীৱনটোৱেই ভক্তিৰ এক ধাৰাবাহিক সঙ্গীত। তাৰ সমাধিত ভক্তিযোগ পাঠ কৰাই আমাৰ কৰ্ত্তব্য। শিষ্য গুচি মহাদেৱ এতিয়া মোৰ গুৰু। তাৰ আজীৱন সেৱা-ব্ৰতৰ দৃষ্টান্ত অন্তৰত চিৰ জাগৰিতকৈ ৰাখিবলৈকেই মই তাৰ সমাধিলৈ প্ৰতিদিনে যাওঁ। ভগবানৰ ওচৰত মিনতি জনাওঁহঁক আহা আমিও যেন তাৰ পদাঙ্ক অনুসৰণ কৰিবলৈ পাৰগ হওঁ।"

গীতাৰ দ্বাদশ অধ্যায়ত ভক্তৰ লক্ষণ এনেদৰে বৰ্ণোৱা হৈছে :—

যাৰ কাৰো প্ৰতি বিদ্বেষ নাই ; যিজন সবাৰো মিত্ৰ আৰু সকলোৰে প্ৰতি দয়ালু ; যাৰ 'মই' আৰু 'মোৰ' চিন্তা দূৰ হৈছে ; যাৰ মনত সুখ-দুখ সমান ; যিজন সহনশীল, সদায় সন্তুষ্ট, সংযমী ; যোগী আৰু নিশ্চয় বুদ্ধিৰ ; যিজনে মন আৰু বিবেক মোত অৰ্পণ কৰিছে সেইজন ভক্তই মোৰ প্ৰিয়।

যাৰপৰা সংসাৰে ব্যথাৰ হেতু নাপায়, সংসাৰো যাৰ ব্যথাৰ হেতু নহয় ; ভয়, উদ্বেগ, হৰ্ষ প্ৰভৃতিৰপৰা যিজন মুক্ত তেৱেঁই মোৰ প্ৰিয়।

যাৰ একোলৈকেই অপেক্ষা নাই ; যিজন পবিত্ৰ, দক্ষ, উদাসীন, ব্যথাশূন্য আৰু সৰ্ব্বাৰম্ভ পৰিত্যাগী তেনেজন ভক্তই মোৰ প্ৰিয়।

যাৰ হৰ্ষ, বিষাদ, শোক, আকাঙ্ক্ষা একো নাই ; শুভাশুভ পৰিত্যাগ কৰিবলৈ যিজন পাৰগ সেইজন ভক্তই মোৰ প্ৰিয়।

শত্ৰু-মিত্ৰ উভয়ৰে প্ৰতি যাৰ সম ব্যৱহাৰ ; মান-অপমান, শীত-গ্ৰীষ্ম, সুখ-দুখ, প্ৰশংসা-নিন্দা যাৰ মনত একে ; যিজন মমতাশূন্য, মৌনী, সকলো অৱস্থাতে সুখী ; যিজন গৃহশূন্য, মতি যাৰ স্থিৰ সেইজন ভক্তই মোৰ প্ৰিয়।

দেশাইৰ ভিতৰত উক্ত লক্ষণবোৰৰ অধিক্য আৰু প্ৰাবল্য বিদ্যমান দেখিয়েই গান্ধীজীয়ে তেওঁক ভক্তৰূপে অভিহিত কৰিছে। সঁচাকৈয়ে দেশাই ভক্ত আছিল,—দণ্ড-কমণ্ডলু আৰু শিখা-তিলক ধাৰণেৰে নহয়, আত্ম-নিবেদন আৰু চিত্ত-নিবিষ্টতাৰেহে। বাহ্যিক একোৰেই তেওঁক মনোনিবেশ আৰু আন্তৰিকতাৰপৰা বিচলিত কৰিবৰ সাধ্য নাছিল। বিৰাটৰ লগত যাৰ সংযোগ ক্ষুদ্ৰতাই তেওঁৰ সমুখত সেও নামানি পাৰে কেনেকৈ ?

আধ্যাত্মিক ক্ষেত্ৰত দেশাইৰ পথ-প্ৰদৰ্শক তত্ত্বদৰ্শী আৰু সৰ্ব্বভূত হি-তেৰত মহাত্মা গান্ধী। গান্ধীজীৰ আছিল গভীৰ ভগবৎ-প্ৰেম আৰু উদাৰ বিশ্বভাব আৰু সেয়েই আছিল তেওঁৰ সমস্যাবহুল জীৱনৰ শক্তি-প্ৰবাহিনীৰ উৎস। তেনেজন তত্ত্বজ্ঞ পুৰুষৰ ওচৰতেই তত্ত্ব-জিজ্ঞাসু দেশায়ে ভক্তিযোগ আৰু বিশ্বভাব অভ্যাস কৰে আৰু অচিৰতে তেওঁৰ সেই অভ্যাস স্বভাৱত পৰিণত হয়গৈ।

আত্মভাবত মানুহ স্বাৰ্থপৰ, সঙ্কীৰ্ণ আৰু ভোগী ; কিন্তু বিশ্বভাবত পৰাৰ্থপৰ, উদাৰ আৰু ত্যাগী। সেইবাবেই প্ৰকৃত মহাত্মা-মহাপুৰুষ

সকল বিশ্বভাবৰ ভাবুক। আত্মভাব পৰিহাৰ আৰু তাৰ ঠাইত বিশ্বভাব প্ৰতিষ্ঠাৰপৰাই দেশায়ে ত্যাগৰ শকতি লাভ কৰে। নিজৰ বুলিবলৈ তেওঁ একোকে ৰখা নাছিল; যি আছিল সকলো খিনিকে তেওঁ নিয়োজিত কৰিছিল দেশৰ আৰু বিশ্বৰ কল্যাণৰ অৰ্থে আৰু সেইবাবেই গুৰুৰ সেৱাত। মৰণেৰেও তেওঁ চৰম ত্যাগৰেই পৰিচয় দি গৈছে। তেওঁৰ মৃত্যুত গান্ধীজীয়ে কৈছিল, "এনে মহান মৃত্যুত দুখৰ ঠাই নাই। এই মৃত্যু কেতিয়াও অথলে যাব নোৱাৰে। ইয়াৰ-পৰা দেশৰ মুক্তিৰ ক্ষণ নিশ্চয় ঘনাই আহিব।" সঁচাকৈয়ে দেশাইৰ পঞ্চ মৃত্যু-বাৰ্ষিকীৰ দিনা ভাৰতে ৰাজনৈতিক শক্তি লাভ কৰিলে। ১৯৪২ চনৰ ১৫ আগষ্টৰ দিনা মহাদেৱ দেশাইৰ মৃত্যু হয় আৰু ১৯৪৭ৰ সেই ১৫ আগষ্ট তাৰিখেই ৰাজনৈতিক শক্তি হস্তান্তৰিত হৈ ইংলণ্ডৰ হাতৰপৰা ভাৰতৰ হাতলৈ আহে। স্বাধীনতা দিবসৰ আনন্দ উৎসৱৰ মাজতো ত্যাগৰ মহিমা সোঁৱৰাবলৈকেই যেন প্ৰথম স্বাধীনতা দিবসৰ পাঁচ বছৰ পূৰ্ব্বে থিক সেই দিনাই মহাদেৱ দেশাইৰ মৃত্যু হৈছিল।

অন্ত

# পৰিশিষ্ট

## মহাদেৱ সোঁৱৰণত

### ( ক ) পণ্ডিত জৱহৰলাল নেহেৰু—

যাৰসৈতে অতবোৰ অন্তৰঙ্গ স্মৃতি বিজড়িত তেনে হেন এগৰাকী প্ৰিয় বন্ধু আৰু সঙ্গীৰ বিষয়ে লিখিবলৈ টান লাগে। তেওঁৰ কথা ভাবিলেই সেই স্মৃতিৰাজি পুনৰ্জ্জাগৰিত হয় আৰু উকলি যোৱা দিনৰ সহস্ৰ ছিত্ৰ লৈ গোটেই অতীত মনৰ মাজত সজাগ হৈ উঠে।

আমাৰ বহুতৰে মানত মহাদেৱ এক অনুষ্ঠান স্বৰূপ হৈ পৰিছিল। শান্ত, যোগ্য, পটু, আপোন-পাহৰা, উগ্ৰ পৰিশ্ৰমী আৰু পূৰ্ণ আস্থাবান দেশাই পৰিচয় অনুপাতে অইনৰ শ্ৰদ্ধাভাজন আৰু প্ৰিয়পাত্ৰ নোহোৱাৰ কথা নাছিল। শতাব্দী এটিৰ প্ৰায় এক চতুৰ্থাংশ কাল আমি একে অন্যক জানিছিলোঁ। আৰু মাজে সময়ে উমৈহতীয়া উদ্দেশ্যে একেলগে কাম কৰিছিলোঁ। তেওঁ যিহকে কৰিছিল সুচাৰুৰূপে আৰু শেষপৰ্য্যন্ত কৰিছিল। তেওঁৰ আছিল পণ্ডিতৰ দৃষ্টি-ভঙ্গী আৰু লগতে আপোন কৰি লব পৰা মানবীয় পৰশ। সেয়েই তেওঁলৈ আমাৰ স্নেহ আৰু প্ৰশংসা বৃদ্ধি পায় আৰু হঠাতে যেতিয়া তেওঁ নাইকিয়া হৈ পৰিল এক ব্যৱধান আৰু শূন্যতাৰ সৃষ্টি হল আৰু কেনেবা এক অকলশৰীয়া ভাবে আমাৰ মন আবৰি পেলালে। আমাৰ কৰ্ম্মজীৱনৰ এছোৱা কাল এনেভাবে আগুৰি থকা জন নাইকিয়া হল আৰু গুচি গ'ল এক অন্তৰঙ্গ সঙ্গী যাৰ ঠাই পূৰাবলৈ কেও নাই।

হলেও বৈ যোৱা তেওঁৰ স্মৃতিয়ে আমাক উদগনি আৰু শক্তি যোগায়। আমাৰ পৰীক্ষাৰ দিন এতিয়াও উকলি যোৱা নাই, ভবিষ্যত

আমাৰ এতিয়াও বিপদ-সঙ্কুল। আজি যদি মহাদেৱ তেওঁৰ বিজ্ঞ আৰু মিত্ৰৱৎ পৰামৰ্শেৰে আমাৰ মাজত থাকিলহেঁতেন! ১০।৮।৪৬

( খ ) চক্ৰৱৰ্ত্তী ৰাজাগোপালাচাৰী—

মহাদেৱ দেশাই পৰলোক হোৱাৰ আজি চাৰি বছৰ হৈ গ'ল। তথাপি সেই বিয়োগ-ব্যথা পাহৰিবলৈ আমি পাৰগ হোৱা নাই। গান্ধীজী আমাৰ জীৱনৰ আজি এক ঘাই আদৰ্শ লোক আৰু আমি অনুভৱ কৰোঁ যে এইজন লোক দেশাইৰ মৃত্যুত বিশেষ ভাবে অঙ্গক্ষত হ'ল। মহাদেৱ যে আমাৰ লগত নাই—এই কথা সোঁৱৰাবলৈ কিবা নহয় কিৱা এটি পাৰ নোহোৱাকৈ আমাৰ এদিনো অতিবাহিত নহয়। যিসকল লোকৰ ঠাই পূৰাবলৈ কেঁৱে আশা কৰিব নোৱাৰে দেশাই তেওঁলোকৰ অন্যতম। হলেও অইনৰ কৰ্ম্মানুষ্ঠানেৰে আকৃষ্ট হৈ নানা স্থলতে আমি বিগতসকলক পাহৰি যাওঁ। কিন্তু গান্ধীজীৰ শ্ৰদ্ধাপূৰ্ণ সেৱাৰ জৰিয়তে কৰা মহাদেৱ দেশাইৰ জনগণৰ সেৱা এনে সাৰ বিধৰ আছিল যে তেওঁৰ ক্ষেত্ৰও পৰিপূৰণৰ কোনো প্ৰশ্নই নাহে।

১২।৮।৪৬

( গ ) সৰোজিনী নাইডু ( স্বৰ্গীয়া )—

মহাদেৱ দেশাইৰ চতুৰ্থ মৃত্যু-বাৰ্ষিকীৰ পূৰ্ব্ব ক্ষণত হৰ্ষ-বিষাদৰ নানা স্মৃতি মোৰ মনলৈ আহিছে। অতি প্ৰিয় আৰু গুণাধাৰ সেইজনাৰ সঙ্গ আছিল আনন্দ আৰু বন্ধুত্ব সুযোগ।

গোটেই পৃথিৱীখন আগত লৈ দেশায়ে মহাত্মাৰ যাদুমন্ত্ৰৰ আহ্বান অনুভৱ কৰা সময়ত তেওঁৰ বয়স আছিল মাথোন একুৰি পাঁচ। সুদীৰ্ঘ পচিশ বছৰ কাল ত্ৰুটীহীন আস্থা আৰু আনুগত্যেৰে সেৱা কৰা মহান গুৰুৰ চৰণত নিবেদন কৰিবলৈ যেতিয়া তেওঁ আদৰ্শ

আৰু মনোমোহা যৌৱনৰ দীপ্তি, আকৰ্ষণ আৰু উলাহ; আন্তৰিক দেশপ্ৰেম আৰু অসাধাৰণ সাহিত্য-প্ৰতিভা আৰু পাণ্ডিত্য লৈ প্ৰথম আহে তেতিয়াই মই তেওঁক দেখোঁ। মহাত্মাৰ শিষ্যত্ব পালনৰ ক্ষেত্ৰত কত তৰহৰ যে আছিল তেওঁৰ কাৰ্য্যভাৰ !

গান্ধী আশ্ৰমৰ মুখ্য অধিবাসী মহাদেৱৰ, গুণমুগ্ধসকলৰ কেন্দ্ৰ-স্বৰূপ হাস্যৰসিক মহাদেৱৰ, নিজৰ বা গুৰুৰ বিশিষ্ট চিন্তাৰাজিক ধুনীয়া ভাষাৰে সজাই-পৰাই তোলাত ব্যস্ত সাহিত্যনিষ্ঠ মহাদেৱৰ, গুৰুত্বপূৰ্ণ ৰাজনৈতিক কাৰ্য্যভাৰ পৰিপালনৰ উদ্দেশ্যে দিল্লীৰ ৰাজপ্ৰতিনিধিৰ প্ৰাসাদ বগোৱা মহাদেৱৰ, গাত ধকধকীয়া বগা খদ্দৰ লৈ মহাত্মাৰ লগত বাকিংহাম ৰাজপ্ৰাসাদলৈ যোৱা মহাদেৱৰ আৰু বিদেশী আগত সকলৰ সমুখত গুৰুৰ প্ৰেম আৰু অহিংসাৰ নীতি ব্যাখ্যাত নিমগ্ন মহাদেৱৰ অগণন ধাৰাবাহিক ছিত্ৰ সোৱৰণিৰ সোঁতত মোৰ চকুৰ আগলৈ আহে।

সবাতোকৈ হৃদয়-বিদাৰক স্মৃতি হৈছে তেওঁৰ শেষ বিদায়। ইতিহাসপূৰ্ণ ৯ আগষ্টৰ দিনা গ্ৰেপ্তাৰ কৰি আমাৰ বন্দীশাল পুণাৰ আগা খাঁ ভৱনলৈ আমাক নিয়াৰেপৰা এটি ভয়ে তেওঁক বিয়াকুলকৈ তোলে—কিজানিবা সময়ে সময়ে আভাষ দিয়া মহাত্মাৰ আমৰণ অনশনৰ সঙ্কল্প বন্দী অৱস্থাতে কাৰ্য্যলৈ ৰূপায়িত হয়। ১৪ আগষ্টৰ দিনা নিশা আমাৰ বন্দী-ভৱনত সকলো নিতাল মৰাৰ পিছত তেওঁ মোৰ কোঠাত বহি এনে আচৰিত ধৰণে কথা কয় যেন সময় তেওঁৰ তেনেই সীমাবদ্ধ। তেওঁ কয় নিজৰ জীৱনৰ বিষয়ে—আপোন প্ৰিয় পুত্ৰ আৰু পত্নীৰ কথা। হলেও তেওঁৰ প্ৰধান বিষয়বস্তু আছিল তেওঁৰ মানত জীৱন্ত বিগ্ৰহ-স্বৰূপ মহাত্মা গান্ধী। সেই নিশা যেন মৃণশীলতাৰ চিন্তাই তেওঁক আগুৰি ধৰে। পিছদিনা ৰাতিপুৱা

কিন্তু আশাৰ উদ্দীপনা আচৰিত ৰূপে তেওঁ ঘূৰাই পায়। গান্ধীজীৰ লগত তেওঁ বাগিচাত ফুৰেগৈ আৰু ঘৰলৈ উভটি আহি তেওঁৰ যে কিয় তেনে আনন্দ লাগিছে তাৰ হেতু নিজেই নিৰাকৰণ কৰিব পৰা নাই বুলি মোক জনায়। কিঞ্চিৎ পিছতে তেওঁক বিচৰা ডাক্তৰ জনৰ লগত দেখা কৰিবলৈকে ধেমেলীয়া ওঠেৰে তেওঁ মোৰ কোঠালৈ আহে। মিনিটদিয়েকৰ ভিতৰতে মুখত সেই একেটা হাঁহি লৈয়েই তেওঁ মূৰ আচন্দ্ৰাই হব খোজা বুলি কয় আৰু আমি প্ৰায় ধৰিব নোৱাৰাকৈয়েই হঠাতে শুচি যায়। উঠিবলৈ বা কথা কবলৈ কোনো বাক্যৰ সমিধান আৰু তেওঁৰপৰা নাহিল।

শোকাকুল গুৰুৱে সমাপন কৰা প্ৰিয়তম শিষ্যৰ শেষ ক্ৰিয়াৰ বৰ্ণনা দিবলৈ যোগ্য ভাষা মোৰ নাই। থৰক্ বৰক্ হাতেৰে গান্ধীজীয়ে নিজে হিম যেন চেচা মৃতদেহটো ধুই তাত চন্দন লেপন কৰে আৰু ফুলেৰে সজাই দিয়ে। নিম্নকণ্ঠে তেওঁ কয়, "মহাদেৱ, ভাবিছিলোঁ মোৰ এই কাম কৰিবি তই, কিন্তু এতিয়া মইহে তোৰ.........।" ১৫ আগষ্টৰ সোণোৱালী বিয়লি আগা খাঁ ভবনৰ মুকলি ঠাইৰ একোণত নিৰ্ব্বাচন কৰা দাহন-ভূমিলৈ শোকাবনত শোভাযাত্ৰা এটি মহাদেৱৰ মৃতদেহৰ অনুগমন কৰে। সূৰ্য্যোদয়ত যি একুৰা জীৱন্ত জুইৰ নিচিনা আছিল সূৰ্য্যাস্তত সি কাষেদি বৈ যোৱা নদীটোৰ বুকুত উটুৱাই দিবলৈ এদ'ম ছাইত পৰিণত হ'ল।

মহাদেৱ আমাৰ দৃষ্টিৰপৰা অন্তৰ্হিত হ'ল হয়; কিন্তু দৰাচলতে জানো তেওঁ মৰিল? গুৰুৰ প্ৰেমময় হিয়াত আৰু এনে মহান ত্যাগ আৰু কৰ্ম্মেৰে সেৱাকৰা দেশৰ অন্তৰত তেওঁ জীয়াই থকা নাইনে?

১২।৮।৪৬